# সন্ধ্যাতৰাৰ সুবাস




ভানু ডেকা



নতুন অসম
বাণীপ্ৰকাশ মুদ্ৰণী
ভাষা-সাহিত্য-সংস্কৃতিৰ বিশিষ্ট প্ৰকাশক
উদ্যোগ পাম ঃ বামুণীমৈদাম
গুৱাহাটী-২১

**SANDHAYA TARAR SUBAH** A collection of Short stories in Assamese Language written by Ms. Bhanu Deka, Sarumataria Guwahati & published by Sri Jyotipada Dev Choudhury, Natun Asam, Industrial Estate, Guwahati-781021

*1st Edition : March 2009* *Price Rs. 150.00* only

প্ৰকাশক : শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী
নতুন অসম
মাৰফৎ - বাণীপ্ৰকাশ মুদ্ৰণী
উদ্যোগ পাম
বামুণীমৈদাম, গুৱাহাটী-২১

প্ৰথম প্ৰকাশ : ১০ মাৰ্চ, ২০০৯

লেখিকা : ভানু ডেকা

বেটুপাত : বেণু মিশ্ৰ

মূল্য : ১৫০.০০ টকা মাথোন
(এশ পঞ্চাশ টকা মাথোন)

ছপা : কম্পিউটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া
উদ্যোগ পাম, বাইলেন নং ৪
বামুণীমৈদাম, গুৱাহাটী — ২১

# আগলতি পাত...



অসমৰ এজন বিখ্যাত ইতিহাসবিদ সুসাহিত্যিকৰ এটি মন্তব্য মনত পৰিল - 'শামুকৰ পেটতো মানিক জন্মে' । শ্ৰীমতী ভানু ডেকাৰ 'সন্ধ্যা তৰাৰ সুবাস' খনো তেনে জাতৰে । তেওঁ এটি ডাঙৰ পৰিয়ালৰ বোৱাৰী;- ৰাতিপুৱাৰপৰা ৰাতি দোভাগলৈকে ঘৰৰ সমূহ কাম কৰা, লৰা-ছোৱালীৰ সকলো দিশতে যত্ন লোৱা, আনকি অতিথি সেৱা কৰালৈকে নিয়াৰিকৈ চলাই যোৱাৰ পিছতো সাহিত্য জগতত ডুব গৈ থাকিব পৰাতো অতি আচৰিত যেন লাগে। আজিৰ এই ক্ষয়িষ্ণু সমাজৰ কথা-কাহিনীবোৰৰে নানা আচহুৱা খুঁতবোৰ তেওঁৰ অন্তৰত বাৰকৈয়ে সাঁচ বহিছিল, উপলব্ধি কৰিছিল তাৰেই বহিৰ্প্ৰকাশ - এই 'সন্ধ্যাতৰাৰ সুবাস'। এনে সূক্ষ্ম অনুভূতি খুব কম লেখকৰেই পোৱা যায়। তেওঁৰ লেখাৰ ধৰণ, অনুভূতি একপ্ৰকাৰ ঠাক বুলিয়ে কব পাৰি।

পঢ়ুৱৈ সমাজে নিশ্চয় পঢ়ি নতুনত্বৰ আভাস পাব বুলি মোৰ বিশ্বাস।

লিখিকাৰ উজ্জ্বল ভৱিষ্যৎ কামনা কৰিলোঁ

গুৰুপদ চৌধুৰী

২৮-০২-০৯

# যিখিনি নকলে নহয়.......

লেখক হম বুলি মই লিখিবলৈ আৰম্ভ কৰা নাছিলোঁ। মনৰ তাগিদাত আৰু সমাজ জীৱনৰ বিভিন্ন ঘটনাৱলীয়ে মোৰ হৃদয়ত অতি সংগোপনে প্ৰবেশ কৰাত আৰু তাকেই প্ৰকাশ কৰিম বুলি আজৰিপৰত লিখিবলৈ লৈছিলো। এদিন আমাৰ ঘৰলৈ বাতৰি কাকত (দৈনিক বাতৰি) দিবলৈ অহা পুত্ৰসম  সুনন্দ দাসে তেওঁলোকৰ বাতৰি কাকতত প্ৰকাশ কৰিবলৈ গল্প এটা দিবলৈ কলে। মইও আগপাচ নাভাবি গল্প এটা দি পঠালোঁ আৰু এদিন বাতৰি কাকতত ছপা হৈ ওলাল- সেয়াই গল্প লিখাৰ প্ৰথম কাহিনী... তাৰ পিছত বিভিন্ন বাতৰি কাকতত আজি, সময়, আজিৰ অসম, ৰোৱনী আদিত ওলাবলৈ ধৰিলে। সুনন্দলৈ এই চেগতে মৰম আৰু স্নেহ যাছিলোঁ।

মোৰ লেখাৰ বাবে বিশেষভাৱে উৎসাহ উদ্দীপনা যোগাইছিল মোৰ স্বামী হৰিকান্ত ডেকাই লগতে আমাৰ দুই পুত্ৰই মোৰ লিখাবোৰ প্ৰকাশিত ৰূপত দেখি অতি আনন্দিত হৈছিল আৰু মোৰ লিখিবলৈ একপ্ৰকাৰ দাবী  কৰিছিল।

শ্ৰদ্ধাভাজন গুৰুপদ চৌধুৰী দাদাই মোৰ গল্প পঢ়ি মোক লেখিবলৈ উৎসাহ দিয়াৰ লগতে প্ৰকাশিত গল্পৰ এটি সংকলন উলিয়াবলৈ পৰামৰ্শ দিছিল কাৰণ বাতৰি কাকতত সিচৰিত হৈ থকা গল্প বিলাক থুপাই একেলগ কৰি নথলে পিছত এদিন হয়তো হেৰাই যাব। তেওঁৰ পৰামৰ্শ অনুসাৰে কিছু প্ৰকাশিত গল্প লগ কৰি প্ৰকাশৰ বাবে শ্ৰীজ্যোতিপদ দেব চৌধুৰীৰ হাতত অৰ্পণ কৰিলোঁ। প্ৰকাশক  জ্যোতিপদ দেব চৌধুৰী আৰু শ্ৰী গুৰুপদ চৌধুৰীক এই চেগত মই শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ লগতে বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃৰ সমূহ কৰ্মীলৈ ধন্যবাদ জনালোঁ।

মোৰ ব্যক্তিগত অভিজ্ঞতাৰ অৱলম্বনত লিখা গল্প লিখনিৰ চৰিত্ৰ সমূহ সম্পূৰ্ণ কাল্পনিক আৰু চৰিত্ৰসমূহৰ মুখত নিতান্তই সহজ-সৰল ভাষা প্ৰয়োগ কৰা হৈছে। মোৰ প্ৰকাশিত গল্পসমূহৰ একগোট কৰি সংকলন হিচাপে পাঠকৰ ওচৰত বিনম্ৰভাৱে নিবেদন কৰিলোঁ। কিবা ভুল ক্ৰটি দেখিলে আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম।

শেষত সকলোকে শ্ৰদ্ধা জনাই সামৰিলোঁ। ইতি


ভানু ডেকা

১ মাৰ্চ ২০০৯

সৰু মটৰীয়া

সমন্বয় পথ

ঘৰৰ নং ২

গুৱাহাটী

# সূচী

# প্ৰৱাসী বন্ধু

যিখন গাঁৱলৈ, যিখন ঘৰলৈ আহি এদিন শান্তনাৰ নাক কোঁচ খাই গৈছিল, সেইখন গাঁৱলৈকে পুনৰবাৰ আহি জীৱনৰ চৰম আনন্দ আৰু শান্তি লাভ কৰিছে শান্তনাই। বয়স হৈছে শান্তনাৰ। তিনিকুৰি পাঁচ বছৰ। যিটো বয়সত সাধাৰণতে কম বয়সত কৰা ভুলৰ বাবে মানুহ অনুতপ্ত হয়। অনুতপ্ত হৈছে শান্তনাও ঠিক তেনে ধৰণে। বুজি পাইছে নিজেই— নিজৰ জন্মভূমিত থাকি নিজৰ বাহুবলেৰে পৰিশ্ৰম কৰি ঘৰ সংসাৰৰ বোজা বহন কৰি মানুহ যে কেতিয়াও পাছ পৰি থকা গাঁৱলীয়া হ'ব নোৱাৰে, সেই কথা। গাঁৱৰ বোকা পানী গচকি খেতি পথাৰ চপোৱা গাঁৱলীয়া পৰিবেশৰ ঘৰত ছোৱালীক বিয়া দিবলৈ মান্তি নোহোৱা শান্তনাই সেইখন গাঁৱত সেইজনী জীয়েকৰ ছোৱালীৰ বিয়ালৈ আহি উপভোগ কৰিছে-— আনন্দ আৰু শান্তিৰ সোৱাদ। নিজৰ গৰ্বৰ কাৰণে আজি পঁচিশ বছৰে নিজৰ ছোৱালীৰ ঘৰত ভৰি দিয়া নাছিল যদিও সেই গৰ্ব তেওঁৰ ভাগি চুৰমাৰ হৈ গ'ল। সঁচাকৈ নিজৰ ল'ৰা, বোৱাৰী, জী-জোঁৱাই , নাতি-নাতিনীৰে ভৰা ঘৰখন যে কিমান শান্তিৰ সংসাৰ। নিজৰ ল'ৰা-ছোৱালীক মানুহ কৰিব নোৱাৰা আৰু সু-সংস্কাৰ দিবনোৱাৰাটোৱেই প্ৰত্যেকজন মাক-দেউতাকৰে জীৱনৰ চৰম পৰাজয়। একমাত্ৰ মাতাল পুত্ৰক প্ৰত্যেকটো দিনতে বিভিন্ন নাৰীৰ বাহু-বন্ধনত দেখি দেখি বাধা দিব নোৱাৰা চকু পানীবিলাকেও যেন গাঁৱৰ ছোৱালীৰ ঘৰত বিদ্ৰোহ কৰি উঠিছে। মুম্বাইৰ অকলশৰীয়া উদং ঘৰটোত একেবাৰে উদং হৈ পৰা মনটোও যে ভৰি পৰিছে, বহুত কিবাকিবি বিচাৰি পাইছে। ভবেন বৰুৱালৈ মনত পৰি শান্তনা বাউলী হৈ পৰিছে। তেখেতৰ সৈতে সম বয়সৰ ৰবিকান্ত বড়ো আজি সুস্থ সবল হৈ আনন্দৰে জীয়াই আছে। অন্যহাতে বৰ্ত্তমান মৃত্যুৰ ক্ষণ গণি থকা দিন কেইটাৰ কথা বাদ দিও, পাৰ হৈ যোৱা ৰঙীন দিন বিলাকতো তেওঁ অলপো শান্তি নাপালে। পুৰণা দিনৰ কথাবিলাক শান্তনাৰ চকুৰ আগত ভাঁহি উঠিল........................

বাঁহ তলৰ ঠেক বাটটোৰে গৈ গৈ কি যে অপূৰ্ব আনন্দ লাগিছিল ভবেন বৰুবাদেৱৰ। গাড়ীখন কোনোমতে আতিছিল বাটটোত। বাটৰ দুইকাষে সৰু সৰু খাল-দোং মাজে মাজে আছে। বাটৰ দুই কাষৰপৰা বাঁহগছবিলাক হালি আহি আন্ধাৰ কৰি ধৰিছে বাটটো। বাঁহৰ ফাঁকে ফাঁকে ৰ'দৰ জিলিঙনি সৰকি আহি এনে লাগিছিল যেন সৰু বাটটো, এখন গছপাতেৰে আঁকি থোৱা বগা কাগজহে। বহুত বছৰৰ মূৰত গাঁৱৰ সেই গোন্ধটো নাকত লাগিছিল বৰুৱাৰ। বাটত এখন কাঠৰ দলং—অলপ জৰাজীৰ্ণ—'বহুত দিন গাড়ী মটৰ অহা নাই নেকি সেই দলংখনৰ ওপৰেৰে'—ভবেন বৰুৱাৰ ধাৰণা। সেয়েহে ড্ৰাইভাৰক গাড়ীখন ৰখাবলৈ কৈ তেখেত গাড়ীৰপৰা নামি গৈ দলংখন ভালকৈ নিৰীক্ষণ কৰিলে—"আহা, আহা পাৰিবা, মজবুত হৈ আছে"—— গাড়ীখন দলঙৰ ওপৰেৰে সুকলমে পাৰ হৈ গ'ল। ইতিমধ্যে বাঁহবাৰীখন পাৰ হ'ল— পথাৰৰ মাজেৰে বাট। মানুহ বেছি নাই, নিৰ্জন—পথাৰৰ কামত ব্যস্ত দুই এজন মানুহ। অলপ দূৰ আগবঢ়াৰ পিছত বৰুৱাৰ চকু পৰিল—'টঙিজাল' মাৰি থকা কেইজনমান মাছুৰৈ ল'ৰাৰ ওপৰত। ড্ৰাইভাৰক পুনৰ গাড়ীখন ৰখাবলৈ কৈ তেওঁ মাছ মৰা ল'ৰা কেইটাৰ ওচৰ পালেগৈ—জপিয়াই থকা পুঠি-খলিহনা! বৰুৱাই সুধিলে—

-" হেৰা-ভাইহঁত এয়া মাছ বেচিবানে?"

- "নাই দিয়ক, আমি খাবলৈহে ধৰিছো—বেচিবলৈ নহয়"

– "বাৰু হ'ব দিয়া, বহুত দিনৰ মূৰত ইমান ধপলিয়াই থকা মাছকেইটা দেখিহে সুধিলো"

– "আপোনালোক ক'ৰপৰা আহিছেনো?

– "আমি মুম্বাইৰপৰা আহিছো—ৰবিকান্ত মাষ্টৰৰ ঘৰলৈ আহিছো"—

– "অ' আমাৰ গুৰুদেৱৰ ঘৰলৈ? তেখেতৰ ঘৰ এৰি আগুৱাই আহিল" সেইবুলি কৈ ল'ৰাজনে দূৰৈত থিয় হৈ থকা কণ পিতাইক মাতিলে—

কণপিতাই বড়োহঁতৰ ঘৰৰ গৰুৰখীয়া

'ঐ কণপিতাই, তইঁতৰ ঘৰলৈ লৈ যাচোন'—

কণপিতাই দৌৰি আহিল—বৰুৱাই তাক কাষতে বহাই লৈ কথা আৰম্ভ কৰিলে।

ইমান সময় গাড়ীখনত বিৰক্তিৰে মনে মনে বহি থকা বৰুৱাৰ সহধৰ্মিণী শান্তনাই আৰু মনে মনে থাকিব নোৱাৰিলে—





—"তোমাক যে কিহে পাইছিল ইমান জঘন্য গাঁওখনত বন্ধু বিচাৰি আহিবলৈ, আৰু কিমান যাব লাগিব? ইয়াত কিন্তু মই ৰাতি থাকিব নোৱাৰো দেই—যিমান দেৰি হলেও ঘৰলৈ উভতি যাম"।

— "ঘূৰি যোৱাটো পিছৰ কথা, এতিয়া ঘৰটোকে বিচাৰি পাওঁচোন বাৰু"।

—'হুহ্', বুলি মুখৰ ভিতৰতে ভোৰভোৰাই উঠিল শান্তনা।

অলপ দূৰ যোৱাৰ পিছত তেওঁলোক ৰবিকান্ত বড়োৰ ঘৰ পালেগৈ। পদুলি মুখ পোৱাৰ লগে লগে এটা চিঞৰ মাৰি বৰুৱাই সুধিলে— 'ৰবি ঘৰত আছনে? ঘৰত বোৱা এখন ডাঙৰ গামোছা আৰু এটা গেঞ্জি চোলা পিন্ধা পাহৰাল মানুহজন বাহিৰ ওলাই আহিল। পদুলি মুখলৈ আগবাঢ়ি গৈ তেখেতৰ আচৰিত লাগিল—

—"ক'ৰপৰা ওলালিহি, ইমান দিনৰ মূৰত!"

— "মুম্বাইৰপৰাই আহি আছোঁ বুলি ধৰ, এৰাতি অৱশ্যে গুৱাহাটীত থাকি আহিছোঁ"।

— "তোৰ মেম্ চাহেব ক'ত"?

ইতিমধ্যে শান্তনাই গাড়ীৰপৰা নামি আহি বড়োক নমস্কাৰ জনালে।

ৰবিকান্ত বড়োৱে ঘৈণীয়েকক মাতি বন্ধু পতি-পত্নীদ্বয়ক ঘৰৰ ভিতৰলৈ আগবঢ়াই নিলে। দুৱাৰমুখলৈকে আগবাঢ়ি অহা ৰবি মাষ্টৰৰ ঘৈণীয়েকক দেখি শান্তনা আচৰিত হ'ল—ঘৰত বোৱা ৰঙা মেখেলাখনেৰে ৰঙা ব্লাউজটোৰ আধা ঢাকি বুকুত মেঠনী মাৰি পিন্ধা সেই মানুহ গৰাকী দেৱী নে গোসানী? ভাতৰ চৌকাৰ জুইৰ তাপ লাগি তক্ তক্কৈ ৰঙা হৈ পৰা মসৃণ মুখমণ্ডলত ঘামৰ টোপাল জিলিকি উঠিছে মানুহগৰাকীৰ। আথে বেথে ভিতৰলৈ নি বহিব দিলে আলহীক। শান্তনাই, পৰিপাতিকৈ থোৱা চাফ চিকুণ কোঠালীটোৰ বেতৰ চকী এখনত বহি পৰিল। হাতত থকা মাছ ভজা কৰচখন ভিতৰত থবলৈ ঘূৰি যোৱা মাষ্টৰৰ ঘৈণীয়েক মাইতৰাৰ লাহে লাহে খহি পৰা খোপাৰ চুলিখিনিয়ে আৰু বেছি অবাক কৰিলে শান্তনাক। বহল পিঠিখন ঢাকি ৰখা দীঘল চুলিটাৰি দেখি নিজৰ ববকটা ৰঙীন চুলিখিনিত এবাৰ হাত ফুৰাই চালে তেওঁ। নিজকে সকলোতকৈ ধুনীয়া বুলি ভবা শান্তনা যেন জয় পৰি গ'ল—"কোনো সাজপাৰ, পৰিচৰ্য্যা, প্ৰসাধন নোহোৱাকৈ মানুহগৰাকী ইমান ধুনীয়া—একেবাৰে 'নেচাৰেল বিউটি' বুলি যাক কব পাৰি। কথা পাতি পাতি ভিতৰলৈ সোমাই আহিল বৰুৱা আৰু বড়ো। শান্তনাক নমস্কাৰ দি বড়োদেৱে আৰম্ভ কৰিলে—

-"ইমান ভিতৰুৱা গাঁৱলৈ আহি আপোনাৰ নিশ্চয় আচহুৱা লাগিছে নহয়?"

- "নাই, নাই ঠিকেই আছো"

-"আমাৰ পৰিবেশ একেবাৰে গাঁৱলীয়া, গাঁৱৰ মাটি পানীয়েই আমাৰ বাবে সকলো"

মাইতৰা বড়োৱে চাহ খাবলৈ ভিতৰলৈ মাতিলেহি— তেওঁলোক তিনিওজন চাহ খাবলৈ ভিতৰলৈ গ'ল। টেবুলত কাঁহৰ সৰু সৰু কাহীত সজাই দিয়া পিঠা লাৰু আৰু দৈ জলপান।

'ড্ৰাইভাৰ ল'ৰাটোক মাতকচোন চাহ খাবলৈ'--

মাইতৰা বড়োৱে মাষ্টৰক ক'লে—

বড়োৱে ড্ৰাইভাৰটোক মাতি আনি টেবুলখনৰ এটা চুকৰ এখন চকী টানি আনি তাক বহিবলৈ দিলে, সি বৰ অপ্ৰস্তুত হ'ল যদিও—কোনোমতে চাহখিনি খাই বাহিৰলৈ ওলাই গ'ল।

শান্তনাৰ মনে মনে খং উঠিল—'ড্ৰাইভাৰটোক আমাৰ লগত একেলগে খাবলৈ দিয়েনে-

এইবিলাক মানুহে পাৰ্থক্য বজাই ৰাখিব নাজানে' চাহ খাই উঠাৰ পিছত মাইতৰাই শান্তনাক ৰান্ধনী ঘৰলৈকে মাতি নিলে। মুঢ়া এটা পাৰি ৰান্ধনীঘৰতে বহিবলৈ দি মাইতৰাই ক'লে—

-' ইয়াতে ৰান্ধি ৰান্ধি কথা পাতো দিয়ক' বুলি কৈ মাইতৰাই দুটা ডাঙৰ চৌকাৰ তলত দপ দপকৈ জ্বলাই দিয়া জুইকুৰাৰ খৰিখিনি আগবঢ়াই দিলে। খৰাহীটোত আগতেই ধুই থোৱা চাউলখিনি চৰুত ঢালি দি কৰচখনেৰে লৰাই ঢাকনিখন বন্ধ কৰি ওচৰ চাপি আহিল শান্তনাৰ।

-আপোনালোকৰ ভাত আপুনি নিশ্চয় নাৰান্ধে?

—'মাজে মাজে কেতিয়াবা "মাইক্ৰ অভেনত' ভাত কেইটা তুলি দিওঁ"

—আপুনি কিবা চাকৰি কৰে নেকি?

"নাই, —এখেতে সেইবিলাক ভাল নাপায়। এনেই থাকি ভাল নালাগিলে--ক্লাব, কিটি-পাৰ্টি এইবিলাকত মাজে মাজে যাওঁ—মনটোও ভাল লাগে, সময়খিনিও পাৰ হৈ যায়।'

শান্তনাৰ, ধোৱা লাগি চলচলীয়া হোৱা চকুযোৰ দেখি মাইতৰাই তেওঁক পুনৰ মানুহ বহা কোঠালিটোতে বহিবলৈ দিলে।

কিছু সময়ৰ পিছত মজিয়াত বেলেগে বেলেগে প্ৰায় পাঁচছয়খন মান ভাতৰ কাঁহী সজাই মাইতৰাই তেওঁলোক চাৰিজনৰ কাৰণে টেবুলত ভাত সজাই দি ক'লে—

— "আজি আমিও টেবুলতে খাওঁ—তেখেতসকলৰ অসুবিধা হ'ব নহয়?'

-- "নিশ্চয়, নিশ্চয়—বুলি হাঁহি এটা মাৰি দুই বন্ধু ভাত খাবলৈ বহিল। মাইতৰা আৰু শান্তনাও বহিল খাবলৈ। ডাঙৰ ডাঙৰ কাঁহৰ কাঁহী আৰু হাতীখুজিয়া বাতিত আঞ্জা তৰকাৰীবিলাক দেখি—শান্তনাৰ কিবা অদ্ভুত লাগিল। বৰুৱাদেৱে কিন্তু বহুত দিনৰ মূৰত শুকুতা তিতাৰ লগত শুকান মাছৰ আৰু মাটি মাহৰ লগত হাঁহৰ মাংসৰে কুন কুনী জহা চাউলৰ ভাত কেইটা বৰ তৃপ্তিৰে খালে। এনেতে এজন সুন্দৰ সুঠাম স্বাস্থ্যৰ ডেকা ল'ৰা শান্তনাৰ আগেৰে ভিতৰ সোমাই আহিল

—" আফা, অ' আফা" বুলি ল'ৰাজন ভিতৰলৈ সোমাই গৈ ৰবিকান্তৰ ভৰি চুই সেৱা কৰিলে-

—"হাৰে, তই ক'ৰপৰা ওলালিহি? কিয় আহিলি?"

—"এসপ্তাহ বন্ধ থকাৰ কাৰণে গুচি আহিলো"—

—"এখেতৰ লগত চিনাকি হ"—বৰুৱাৰ ফালে আঙুলিয়াই 'মোৰ সৰু পুত্ৰ 'মানস'—বডোৱে ক'লে—

'—"আপুনি বৰুৱা আংকোল —হয়নে বাৰু? আৰু আপুনি আণ্টি?—আফাই আপোনালোকৰ কথা সদায় কৈ থাকে। দুয়োৰে ভৰি চুই সেৱা কৰিলে।

সেইদিনা বড়োদেৱৰ ঘৰত ৰাতি থকাৰ ইচ্ছা আছিল যদিও শান্তনাৰ আপত্তিত তাত থকা নহ'ল। ৰাতি বহুত পলমকৈ তেওঁলোকে ঘৰ পালেহি। গাঁৱৰ হাৱা-বতাহ, মৰম চেনেহ আদিৰ মাজৰপৰা ঘূৰি আহি বৰুৱাদেৱে গুৱাহাটীৰ 'ফ্লেট'টোত বৰ অশান্তি অনুভৱ কৰিলে। আনফালে চহৰলৈ ঘূৰি আহিহে যেন শান্তনাই শান্তি পাইছে। সম্পূৰ্ণ বিপৰীতধৰ্ম্মী তেওঁলোক দুয়োৰে মন। সেয়েহে নেকি তেওঁলোকৰ দুটি ল'ৰা ছোৱালী 'অলকেশ' আৰু 'অনুকম্পা' সম্পূৰ্ণ বিপৰীত চৰিত্ৰৰ। অলকেশ হ'ল অত্যাধুনিক মনোভাৱেৰে পৰিপূৰ্ণ চহৰৰ বা-বতাহত উৰি ফুৰা নতুন প্ৰজন্ম আৰু অনুকম্পা হৈছে অত্যাধুনিক বা-বতাহ নেওচা দিয়া অন্য এক প্ৰজন্ম।

কিছুদিন পিছত গুৱাহাটীৰ ফ্লেটটোত এটা ডাঙৰ তালা ওলমাই থৈ তেওঁলোক গ'লগৈ সুদূৰ মুম্বাইলৈ। আৰু চহৰৰ পৰিৱেশৰ মাজত পুনৰ মিলি গ'ল। সময় বাগৰি গ'ল—অনুকম্পাই স্নাতক শেষ কৰি এম বি এত নাম লিখিলে

কলিকতাৰ আই আই এম কলেজত। ঘটনা ক্ৰমে সেই একেখন কলিকতা আই আই এমতে ইঞ্জিনিয়াৰিং শেষ কৰি এম বি এত নাম লিখিছে ৰবিকান্ত বড়োৰ ল'ৰা মানস বড়োৱেও--অসম আৰু অসমীয়াৰ প্ৰতি থকা দুৰ্বলতা থকা অনুকম্পা চিনাকি হল মানসৰ লগত--আৰু সেই চিনাকিটোৰেই সিহঁত দুয়োৱে আজীৱন এক হোৱাৰ চুক্তি কৰিলে। ভবেন বৰুৱা অত্যন্ত সুখী হ'ল-- কিন্তু; সেই সুখত হেঙাৰ হৈ থিয় দিলে মাক শান্তনা। শান্তনাই নিজৰ একমাত্ৰ জীয়েকক কোনোবা বিদেশীৰ লগত বিদেশলৈ পঠোৱাৰ পক্ষপাতি আছিল--কিন্তু; মাকৰ বিৰোধিতা স্বত্বেও ভবেন বৰুৱাই অনুকম্পাক বন্ধু ৰবিকান্ত বড়োৰ আৰু মানসৰ আগ্ৰহত তেওঁলোকৰ ঘৰত থৈ আহিল গৈ। মুম্বাইৰ কেইবাটাও কোম্পানীত চাকৰি পায়ো সিহঁতে ইচ্ছা নকৰিলে। অসমৰ মাটিৰ গোন্ধে সিহঁতক হাত বাউল দি মাতিলে। দুয়ো অসমলৈ ঘূৰি আহি "অইল কোম্পানীত" যোগ দিলেহি। মানসৰ ককায়েক ডাঃ বিনোদেও গাঁৱতে প্ৰাইভেট প্ৰেকটিচ্" কৰি গাঁৱৰ মানুহবিলাকক চিকিৎসা কৰি ঘৰতে থাকে।

ৰবিকান্ত বড়োৰ চাকৰিৰ বেছিদিন নাই। গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা এম এছ চি পৰীক্ষাত গণিত শাস্ত্ৰত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰা বড়োদেৱে নিজৰ প্ৰদেশখনক, নিজৰ গাঁওখনৰো উন্নতি সাধনত লাগি গাঁৱৰ স্কুলখনতে শিক্ষকতা কৰি সেই স্কুলৰপৰাই বহুতকে পঢ়াই ডাক্তৰ, ইঞ্জিনিয়াৰ কৰি বিদেশলৈ পঠালে। তাতোকৈ ডাঙৰ কথা--সেই একেখন ইউনিভাৰচিটিৰ পৰাই অৰ্থনীতিত প্ৰথম শ্ৰেণীৰ ২য় স্থান লাভ কৰা এগৰাকী মহিলা মাইতৰা বড়ো। যিয়ে নেকি বিয়াৰ পিছতেই --খেতিৰে অসম্ভৱ চহকী বড়োদেৱৰ খেতি পথাৰ, ঘৰ-দুৱাৰ চম্ভালি লব লগাত পৰিল। তাৰোপৰি দুটাকৈ ল'ৰাক ডাঙৰ কৰি মানুহ কৰাৰ দায়িত্ব পালন কৰি বাহিৰৰ সংসাৰ খনৰ কথা যদিও ভাবিব নোৱাৰিলে, বৰ্ত্তমানে কিন্তু তেওঁ গাঁৱৰ নিৰক্ষৰ ল'ৰা-ছোৱালী আৰু মহিলাসকলক নিজৰ ঘৰতে এটি কোঠালিত স্কুল খুলি শিক্ষাদান কৰিবলৈ আৰম্ভ কৰিছে।

দিন বাগৰি গ'ল ৰবিকান্ত বড়োৰ চাকৰিৰপৰা অৱসৰ পোৱা কিছুদিন হ'লহি যদিও, গাঁৱৰ ওচৰে পাজৰে নতুনকৈ প্ৰতিষ্ঠা হোৱা স্কুল, কলেজ আদিত অনিয়মীয়াকৈ শিক্ষকতা কৰাৰপৰা অৱসৰ পোৱা নাই। ইতিমধ্যে তেখেতৰ দুয়োজন ল'ৰা বিনোদ আৰু মানসৰ একেখন ৰভাৰ তলতে বিয়া পাতি দুজনী বোৱাৰী ঘৰ চপাই আনিলে। মানস আৰু অনুকম্পা দূৰত থাকে যদিও, বিহুৱে

পূজায়ে, মাহেকে পষেকে ঘৰলৈ আহি থাকে। ডাঙৰ বোৱাৰীও গাঁৱৰে ছোৱালী, ঘৰতে থাকে। এখন ভৰপূৰ সংসাৰ আৰু আনন্দমুখৰ সংসাৰৰ গৰাকী ৰবিকান্ত বড়ো আৰু মাইতৰা বড়ো।

ভবেন বৰুৱাও অৱসৰ পালে। পৰদেশত তেওঁৰ নিজকে বেছি অকলশৰীয়া লগা হ'ল। কেতিয়াবা অফিচৰ পুৰণা বন্ধু লগ পালে-- কথা পাতি ভাল পায়। শান্তনা ব্যস্ত থাকে নিজক লৈ, বন্ধু বান্ধৱীক লৈ--গতিকে বৰুৱাক সঙ্গ দিব নোৱাৰে। একমাত্র ল'ৰাটোকো মানুহ কৰিব নোৱাৰিলে। দেউতাকৰ পইচাৰ ওপৰত লাহ বিলাহ কৰি ফুৰা ধদুৱা ল'ৰা। জীৱনটো উপভোগ কৰিছে। সুৰা সুন্দৰীয়ে তাৰ জীৱন। মাক দেউতাকৰ সম্বন্ধক গুৰুত্ব নিদিয়া নতুন প্ৰজন্ম। যাৰ বাবে ঘৰৰ দুৱাৰ মাজ নিশাও খোলা থাকিব লাগিব। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাচত বৰুৱা দেৱ একেবাৰে ভাগি পৰিলি। যথেষ্ট মনোকষ্ট পাইছিল আৰু মানসিক আৰু দৈহিকবাৱে একেবাৰে অসুস্থ হৈ পৰিছিল। অসমৰ মাটি পানীয়ে তেখেতক হাত বাউলি দি মাতিছিল। পুত্ৰ পত্নীৰ পৰা মৰম চেনেহ আদৰ সন্মান একো বিচৰা নাছিল যদিও তেখেত যেন কিবা নাম বিহীন মোহেৰে বান্ধ খাই আছিল। যাৰ বাবে বহুত ইচ্ছা থকা সত্বেও নিজৰ জন্মভূমিলৈ, নিজৰ মানুহখিনিৰ মাজলৈ ঘূৰি আহিব নোৱাৰিলে। মাজে মাজে বিদ্ৰোহ কৰি উঠা মনটোও শাৰীৰিক অসুস্থতাই জুৰুলা কৰি পেলাইছিল। তেখেত হৈ পৰিছিল নিস্প্ৰাণ, নিসঙ্গ। সেয়েহে বৰুৱা দেৱ মুম্বাই চহৰত হৈ পৰিছিল এক মনোকষ্টত ভাগৰি পৰা নিসঙ্গ প্ৰৱাসী। ❐

卍 卍 卍

# বন্ধ কৰি দিয়া দুৱাৰখন

স্কুলৰ আৰু কলেজৰ পাঠ্যপুথিৰ লগত সম্বন্ধ গঢ়ি তুলিবলৈ মোৰ লগৰীয়াবোৰৰ ভিতৰত আটাইতকৈ বেয়া পাইছিলো মই। সেয়েহে পৰীক্ষা আৰম্ভ হোৱাৰ কেইদিনমান আগৰপৰা পৰীক্ষা শেষ হোৱালৈকে কিতাপৰ লগত সম্বন্ধ ৰাখি কোনোমতে মোৰ পঢ়া সমাপ্ত কৰিলোঁ। দেউতাৰ এম এ পঢ়াবলৈ মন আছিল যদিও মই নপঢ়িলোঁ। বি, এ পৰীক্ষাৰ ৰিজাল্ট নিদিওঁতেই মোক বিয়া দিলে। বিয়াৰ উপহাৰ হিচাপে উঠা কিতাপবিলাক মোৰ স্বামীয়ে মাজে মাজে পঢ়ে--মোকও পঢ়িবলৈ কয়। মই কিন্তু নপঢ়ো। মোৰ লগৰ মণিকা কিন্তু কিতাপ পঢ়াত ওস্তাদ, মোৰ বিয়াত উঠা আটাইবিলাক কিতাপ তায়েই নি পঢ়িলে। তাইৰ বিয়া মোতকৈ বহুত পিছতহে হৈছিল। তাই আৰু মই সৰুৰেপৰা নলে গলে লগা বন্ধু আছিলো।

বিয়াৰ দুবছৰৰ পিছতেই, বৰ নিয়াৰিকৈ চলি থকা সংসাৰখনত বিজুটি ঘটিল। গোটেইখন ওলট পালট হৈ গ'ল। প্ৰথমে মই একেবাৰে বিচলিত হৈ পৰিছিলো যদিও, পিছত ধৈৰ্য্য ধৰিলো--ভগৱানৰ ইচ্ছাৰ ওপৰত কাৰো হাত নাই। মোৰ মা-দেউতা আৰু ভাইটি দুটাৰ সহায়ত এখেতক কোনোমতে সুস্থ কৰি ঘৰলৈ আনিলো।

আমাৰ পৰিয়ালত মোৰ আশী বছৰীয়া শহুৰ আৰু আমি দুজনেই পৰিয়াল বুলিবলৈ। গতিকে দিনটোৰ ভিতৰত স্বামীক শুশ্ৰূষা কৰাৰ বাহিৰে বেলেগ কাম তেনেকৈ নায়েই। ঘৰৰ বাকীবিলাক কাম কৰা মানুহ আছে। গতিকে কিতাপ পঢ়ি সকলোতকৈ বেয়া পোৱা মই জনীয়ে দুই এখন কিতাপ পঢ়াৰ অভ্যাস কৰিলো। লাহে লাহে কিতাপ পঢ়ি আমোদ পোৱা হলো। এখন দুখনকৈ বহুত কিতাপ, গল্প, কবিতা, প্ৰবন্ধ আদি পঢ়িব ধৰিলো আৰু কিতাপ পঢ়াতো মোৰ দৈনন্দিন কামত পৰিণত হ'ল। পিছত এনে হ'ল মই কিতাপ নহলে থাকিব নোৱাৰা হ'লো। মাজে মাজে কোনোবা লিখকৰ কিতাপ ইমানে আকৃষ্ট কৰে যে 'লিখক' বা 'কবি' হ'বলৈ মোৰ মন যায়। মই স্বামীৰ আগত কথাটো কওঁতে তেখেতে মোক লিখিবলৈ জোৰ কৰিলে। তেখেতৰ কথামতে মই লিখাৰ প্ৰচেষ্টা

আৰম্ভ কৰিলো, দুটা গল্প আৰু এটা কবিতা লিখি উলিয়ালো— বহুত বাৰ পঢ়িলো, বহুতবাৰ সাল-সলনি কৰিলো—শব্দৰ, বাক্যৰ.. পংটিৰ — শেষত কিবা এটা হ'লগৈ। নিজেই পঢ়ি ভাল পালো, অভিধানখন খুলি কিছুমান শব্দৰ প্ৰতিশব্দ বিচাৰিলো। তাৰ পিছত গল্প আৰু কবিতা, কেইখনমান বাতৰি কাকতলৈ পঠালো-- কিন্তু, বাট চাই ভাগৰি পৰিলো, সেইবিলাক কতো ছপা নহ'ল। কেইদিনমান বাট চাই পুনৰ লিখিলো। লিখি লিখি এখন শকত বহি ভৰাই দিলো। যেনেকৈয়ে মন যায় তেনেকৈয়ে লিখিলো। পিছত সেইবিলাক কেইখনমান মাহেকীয়া আৰু পষেকীয়া আলোচনীলৈ পঠালো--কিন্তু; সেইবিলাকো ছপা নহ'ল আলোচনীত। ভাবিলো লিখা পঢ়া বাদ দি ঘৰৰ কামকে কৰিব লাগিব।

এদিন মোৰ এজন দূৰ সৰ্ম্পৰ্কীয় খুৰাদেউ আহিল—লিখক মানুহ। তেখেতে ভাল লিখে বুলি বহুতে কয়--ময়ো পঢ়ি ভাল পাওঁ। লিখক কাৰণেই নেকি তেখেতলৈ মোৰ বহুত শ্ৰদ্ধা। তেখেতৰ ওচৰতে বহি তেওঁক মই লিখা, বাতৰি, আলোচনী আদিত পঠোৱাৰ কথাও ক'লো--মোক তেখেতে বহুত বুজালে-- 'লিখাৰ অভ্যাসটো নেৰিবা, বাতৰি বা আলোচনীত নুঠিলেই তোমাৰ লিখনী বেয়া হ'ব নোৱাৰে। কোনোবাই কিবা ক'লেও তালৈ মন কাণ নিদিবা কেৱল লিখি যোৱা—এদিন সফল হবাই'—তেখেতে মোক লিখিবলৈ বহুত প্ৰেৰণা দিলে। মই আকৌ লিখিবলৈ বহিলো--কিছুদিন লিখাৰ পিছত নিজকে পৰীক্ষা কৰিবলৈ এটি গল্প এখন বাতৰি কাকতলৈ পঠালো-মই বাটচোৱা নাছিলো-উঠিলে উঠিব নুঠিলে নাই। তিনিদিন পিছত মোৰ স্বামীয়ে চকা থকা চকীখনৰ হেণ্ডেলদালতে তেওঁৰ হাতখনৰে পাত কেইটা লুটিয়াই চিঞৰি উঠিল—"লিপি, লিপি—এয়া, তুমি লিপিকা নে আন কোনোবা"— মই দৌৰ মাৰি গ'লো তেখেতৰ ওচৰলৈ- "গল্প নে? নামটো চোৱাচোন,—'অৰিহনা' হয়নে?" "অ' হয়তো আক"—"মই আগেয়ে পঢ়ি লওঁচোন!" "পঢ়া তেন্তে"—বুলি কৈ মই আঁতৰি আহিলো। মোৰ লাজ লাগিল—এওঁৰ আগত। দুই এজনী বান্ধৱীয়ে পঢ়ি ভাল পোৱা বুলি ফোন কৰিলে। মই নিজকে বহুত ডাঙৰ কাম কৰা বুলি আনন্দত আত্মহাৰা হলো কোনেও গম নোপোৱাকৈ।

দুদিন পিছত মণিকা আহিল—আমাৰ ঘৰলৈ। তাইৰ আকৌ ঘৰখন সংঘাটিক ধনী-একেবাৰে মদাৰ্ণ ষ্টাইলৰ। গতিকে ইমান দুখীয়া ঘৰৰ ছোৱালী হৈয়ো তাই নতুন ফৰ্মত উঠি গৈছে। তাইৰ স্বামী অসীম দুৱৰা বিখ্যাত মানুহ, টকা পইচাৰ

ফালৰপৰা। মোৰ অৱশ্যে দুইখন ঘৰৰে অৱস্থা ভাল—অৱশ্যে অসীম দুৱৰাৰ দৰে নহয়। আমি তিনিজনহে মানুহ আছিলো—সেই সম্পত্তিৰে আমি গোটেই জীৱন সুন্দৰকৈ কটাই দিব পাৰিলোহেঁতেন—মোৰ স্বামীয়ে বেংকত কাম কৰি আছিল, পিছে মোৰ দুৰ্ভগীয়া কপালৰ কাৰণে কিছুদিন আগতে অফিচৰপৰা আহি থাকোঁতে 'ব্ৰেইন ষ্ট্ৰোক' হৈ তেখেতৰ ভৰি আৰু হাত এখন প্যাৰেলাইচ লগা হ'ল। আমাৰ ল'ৰা-ছোৱালীও নাই—বিয়াৰ পিছতে এখেতে মোক কৈছিল—

—"কিছুদিন অকলে থাকাচোন মৰমবিলাক ভাগ নকৰো"—পিছে গোটেই জীৱনটোহে যে এনেকৈ থাকিব লাগিব সপোনতো ভবা নাছিলো। মণিকাৰ ল'ৰা দুটা—মই পিছে কাহানিও দেখা নাই—আৰু আমিটো ঘৰৰ পৰা বাহিৰলৈ নোলাওঁৱেই। তেখেতে কেতিয়াবা মোক অলপ ফুৰি আহিবলৈ কয় যদিও মোৰ তেখেতক এৰি. ক'লৈকো যাবলৈ মন নাযায়। সেয়েহে মই লিখা পঢ়াত ব্যস্ত থাকিলে এখেতে ভাল পায়। মই অৱশ্যে মোৰ মনৰ দুখ কেতিয়াও তেখেতক নেদেখুৱাওঁ. হাঁহি মাতি টি ভি, ৰেডিঅ' এইবিলাক লগাই ফূৰ্ত্তি কৰি থাকোঁ। বংশ পৰিয়ালৰ মানুহ মাজে মাজে আহে। মোৰ মা-দেউতাও আহে। মা নাহিলেই ভাল পাওঁ - কাৰণ আহিলে বৰকৈ কন্দা-কটা কৰে। দেউতা আৰু ভাইটি দুটা আহি এখেতৰ বিষয়ে ডাক্তৰৰ লগত পৰামৰ্শ কৰি কি কৰিব পাৰে তাৰেই আলোচনা কৰি থাকে। কিছুদিন পিছত এখেতক বাহিৰলৈ নি কৃত্ৰিম ভৰি লগোৱাৰ কথা। মই সেই দিনটোলৈকে বাট চাই আছো। অ' মণিকাৰ কথা পাহৰিছিলোৱেই —মই তাইক মোৰ গল্পটো প্ৰকাশ পোৱাৰ কথা ক'লোঁ।

—"মোৰ এটা গল্প বাতৰি কাকতত উঠিছে নহয়" —

—"অ' হয় নেকি? দিবিচোন মোক পঢ়িবলৈ" —

—"হবদে লৈ যাবি...." মই মণিকালৈ চাহৰ যোগাৰ কৰিলো যদিও, তাই নাখালে-

"মই চাহ খায়েই আহিছো—নাখাওঁ দে"

আজিকালি মণিকাৰ সেইবাৰ সদায় কোৱা কথা, লগতে আৰু এবাৰ কথা সদায় কয়, আজি পিছে নকলে— 'আজি এখন নতুন গাড়ী লৈ আহিছো, ড্ৰাইভাৰও নতুন, সোনকালে যাব লাগিব।"

আজিও পিছে তাই সোনকালেই গ'লগৈ। মোৰ গল্প থকা কাকতখন লৈ গ'ল। মোৰ মণিকাক কবৰ মন আছিল—তাইৰ মিষ্টাৰক গল্পটো পঢ়িব কবলৈ—

কাৰণ তেখেত যদিও বিজ্ঞানৰ মানুহ সাহিত্যত ৰাপ আছে। কলেজত থাকোঁতে নিজেও লিখিছিল। কিন্তু; নকলোঁ--কাৰণ যিটো উত্তৰ মণিকাই দিব মোৰ জনা আছে।

মোৰ স্বামীয়ে মোক লিখাৰ কাৰণে বৰ উৎসাহ দি থকা হ'ল--। তুমি আকৌ লিখা, লিখা পঢ়া কৰি থাকিলে মনটো ভালে থাকিব।' মই পুনৰ লিখা আৰম্ভ কৰিলো---মাজে মাজে তেখেতৰ পৰামৰ্শ লওঁ, --দুয়ো আলোচনাও কৰো--মোৰ মনটো ভাল লগাৰ উপৰিও তেখেতে বৰ ভাল পায়। এদিন আকৌ আমি দুয়ো লিখা পঢ়াৰ কথাত ব্যস্ত থাকোঁতেই মণিকা আহি ওলাল। মোৰ হাতত বাতৰি ককাতখন ঘূৰাই দি তাই ক'লে-

"অলপ ফাটিলে--বেয়া নাপাবি দেই"--

"নাপাওঁ দে"---মই বৰ আগ্ৰহী হৈ তাই মোৰ গল্পৰ বিষয়ে দিয়া মন্তব্যটো শুনিবলৈ ইচ্ছা কৰিলো। তাই পিছে গল্পৰ 'গ'টোও উচ্চাৰণ নকৰিলে---অনৰ্গলি কৈ গ'ল--সিহঁতে অলপতে যাব ওলোৱা বিদেশ ভ্ৰমণৰ পৰিকল্পনা। মই গল্পৰ কথা সুধিবলৈ সুবিধা বিচাৰি আছিলো যদিও, সুৰুঙাই নাপালো।

তাই গ'লগৈ--। মোৰ মনটো বেয়া লাগিল--তাই মোৰ গল্পটোৰ বিষয়ে এষাৰ কথাও নক'লে। মই দুৱাৰখন মাৰিব ধৰোঁতেই--- মণিকা আকৌ ঘূৰি আহিল----

--লিপি; মই পাহৰিছিলোৱেই, তোৰ গল্পটো পঢ়িলো---খুউব এটা ভাল নালাগিল--চৰিত্ৰবোৰৰ মুখত দিয়া কথাবিলাক বৰ 'আউট দেটেদ' হৈছে বুজিব। মিষ্টাৰেও পঢ়িলে তোৰ গল্পটো।"

মোৰ মনটো ভাল লাগি গ'ল।

-"কচোন তেখেতে কি কৈছে-?"

--তেখেতে কৈছে--"তোৰ ঘৰৰ কাহিনীটো লৈ লিখাহেঁতেনেই গল্পটো কিছু উন্নত হ'লহেঁতেন!

তাই দেৰি হোৱা বুলি লৰালৰিকৈ গাড়ীলৈ দৌৰ মাৰিলে।

মই বোবা হৈ গ'লোঁ--কি উত্তৰ দিম বাৰু তাইক! লৰালৰিকৈ ইফালে সিফালে ঘূৰি চালো — "এখেতে শুনিছে নেকি বাৰু কথাষাৰ"?

সজোৰে দুৱাৰখন বন্ধ কৰি দি--মই জোৰ কৰি মুখত হাঁহি এটি বিৰিঙাই লৈ এখেতৰ ওচৰ পালোগৈ। ❑

# ভাৰাক্ৰান্ত

"আইজনী, ভালে আছা?"---সেই চিনাকি হাঁহিটোৰে মাতষাৰ দিলে মানুহজনে---

---"হয়, আছো যেনে তেনে, -- আপোনাৰ ভালনে বাৰু?"

--- "আছো আই, ভগৱানে ভালেই ৰাখিছে।" বুলি কৈ মানুহজন গ'লগৈ। ওখ, শকত বগা ব্ৰুগুৰ সুন্দৰ স্বাস্থ্যৰ মানুহজন। বুঢ়া হৈছে যদিও খোজ কাটল, কথা-বতৰাত ডেকা মানুহৰ দৰেই লাগে। হয়তো, বেমাৰ-আজাৰ. একো নাই। মুখত লাগি থকা সেই হাঁহিটোৱে মানুহজনক বেছ সুস্থ কৰি ৰাখিছে। চুলিখিনি ঢক্‌ঢক্‌কৈ বগা হৈ পৰিছে---চেলাউৰিও এডাল দুডাল পকিছে। সদায় পৰিধান কৰা বগা কাপোৰ সাজত মানুহজনক অপূৰ্ব দেখে। দেখিলেই ভক্তি ওপজা সেই মানুহজন নিশ্চয় কোনোবা সম্ভ্ৰান্ত পৰিয়ালৰে হ'ব।

মানুহজনৰ লগত মোৰ চিনাকি হৈছিল আমাৰ ওচৰতে থকা নামঘৰটোত। বছৰটোৰ ভিতৰত এনেয়ে নামঘৰলৈ যোৱা নহয় যদিও ভাদ মাহৰ কোনোবা এটা দিনত নামঘৰলৈ গৈ এখন শৰাই আগবঢ়াওঁ। সেইদিনাও আমি ওচৰ-চুবুৰীয়া তিনিওজনীয়ে লগ লাগি শৰাই আগবঢ়াইছো। ভাদ মাহটো আৰম্ভ হোৱাৰপৰাই আমি তিনিও লগ হৈ আছো যদিও দিনেই মিলা নাই---এদিন যদি এজনীৰ সুবিধা হয়, আনজনীৰ অসুবিধা---দুজনীৰ সুবিধা হ'লে, আনজনীৰ বিপদ। এনেকৈ মাহটো প্ৰায় শেষেই হ'বৰ হ'লহি। সিদিনা পিছে তিনিও লগ লাগি শৰাই দিলো কোনোমতে। আইসকল আৰু দেউতাসকল উভয়েই উপস্থিত আছিল। আমি আৰম্ভণিৰেপৰা নামভাগ পোৱা নাই যদিও, শেষৰ দুটা নাম পালোগৈ। হাতচাপৰি বজাই আইসকলৰ লগতে আমিও নাম গালো। পাছত নাম সামৰণি মাৰিবৰ হ'ল। নামঘৰৰ নাম লগোৱা আই-দেউতাসকলে সামৰণি মাৰি আগতকৈ কিছু সৰু সৰুকৈ চাপৰিৰ শব্দটোও আগতকৈ কিছু কমাই মূৰটো

তললৈ কিছু হলাই ভগবানক স্তুতি কৰাৰ মানসেৰে সামৰণি নাম গালে। তাৰ পিছত আমি সকলোৱে সেৱা ল'লো। প্ৰসাদ বিতৰণীৰ পৰ্ব আৰম্ভ হ'ল। প্ৰসাদ অকণমান মূৰত আৰু মুখত লৈ আমি ঘৰাঘৰি  যাবলৈ ধৰোঁতেই—গুণহৰি দদাইদেৱে মাত লগালে—

"আজি 'শৰাই' দিছিলা হ'বলা? আটাইকেইটি পৰিয়াল ভালে আছানে?

"অ' দদাইদেউ, হয়  ভালেই আছো।"

দদাইদেউৰ ওচৰতে সেই মানুহজন বহি আছিল। তেওঁ মোলৈ চাই ইঁহাৰ নিচিনা কৰাৰ বাবে দদাইদেৱে মোক চিনাকি কৰি দিলে—"এইজনী মোৰ ভতিজা জীয়ৰী" আৰু মোক ক'লে—"এয়া বৰুৱাদেউ দেই আইজনী" মই দুয়োৰে ভৰি চুই সেৱা কৰিলো।

তেখেতৰ পৰিচয়ৰ ভিতৰত মোৰ ইমানেই জ্ঞাত। তথাপি তেখেতে বাটত লগ পালেই ধুনীয়াকৈ মাতে। সঁচাকৈ তেখেতৰ মাতষাৰত বৰ আন্তৰিকতা থকা যেন লাগে আৰু সেয়া যে গুণহৰি দদাইদেউ, আচলতে তেখেতৰ লগত মোৰ একো সম্বন্ধই নাই। আমাৰ ওচৰৰে মানুহ। আমাৰ চুবুৰিটোত বয়সস্থ মানুহ বুলিবলৈ তেখেতেই আছে। মই তেখেতক বৰ সন্মান কৰোঁ, তেখেতেও মোক বৰ মৰম কৰে। কেতিয়াবা ঘৰত কিবা অনুষ্ঠান হ'লেও গোসাঁই ঘৰৰ কাম কৰা বা নাম প্ৰসংগৰ কামখিনি তেখেতেই কৰি দিয়ে। মোৰ ল'ৰা-ছোৱালীহালেও তেখেতক ককা বুলিয়েই মাতে। বিহুত আহিলে তেখেতক গামোচা এখন দি সেৱা কৰো। মোৰ কপালত আকৌ শাহু-শহুৰ বুলিবলৈ নাই। আমাৰ এখেত একেবাৰে অকলশৰীয়া।

ঘৰখনৰ পৰা তেনেকৈ ওলাবলৈ সময়েই নাপাওঁ। এখেত অফিচৰপৰা আহি পোৱাত দেৰি হয়। ইহঁত দুটাও সৰু হৈ আছে। পঢ়া-শুনাও চাব লাগে, খোৱা-বোৱাৰ আটাইখিনি ব্যৱস্থা ল'ব লাগে। তাৰ উপৰি স্কুললৈ অনা-নিয়া কৰাটোও বৰ ডাঙৰ কাম। বেলেগ মানুহৰ ব্যৱস্থা কৰি ল'লেওটো আৰু চিন্তাৰ সীমা নাই—গতিকে ময়েই দুয়োকে স্কুলৰপৰা অনা-নিয়া কৰো। "মৌ"ৰ মাকৰ সৈতে একেলগে অহা-যোৱা কৰো-তেখেত সদায় আধাঘণ্টামান আগতে আহি মোৰ ঘৰত হাজিৰ হয়হি। মই ভালেই পাওঁ, লগ এটাও হয়—তাৰ উপৰি তেখেতৰ গাড়ী এখনো আছে। মোৰ ছোৱালী 'মমী' আৰু তেখেতৰ ছোৱালী 'মৌ' একেলগে পঢ়িছে যদিও, মোৰ ল'ৰাটোৰ স্কুল অলপ দূৰৈত। মোৰ ল'ৰাৰ

[redacted] [redacted]

নাম 'পৰাগ'। একেলগে পৰাগকো লৈ আহো—তেখেতে পিছে বেয়া নাপায়—মোৰ মাজে মাজে বেয়া লাগে—কাৰণ 'মৌ'ৰ ককাক-আইতাক ঘৰত অকলে থাকে। তেখেতে পিছে সেইবিলাক চিন্তা নকৰে। ঘৰলৈ ঘূৰি যোৱাৰ সময়তো তেখেতে মোৰ ঘৰত অলপ বহি, মাজে মাজে একাপ চাহ খাইহে ঘৰলৈ যায়। স্কুলতো কেতিয়াবা ছোৱালী অহালৈ বাট চাই থাকিলে-কথা প্ৰসংগত মাজে মাজে শাহু-শহুৰৰ কথা কয়। তেওঁৰ লগত সহযোগ কৰাও দুগৰাকীমান আছে-—মই অৱশ্যে সেইবিলাকত যোগ নিদিও— মনে মনে থাকো। কেতিয়াবা নিজকে অপৰাধী যেনো লাগে। এনে কথাবিলাকত মাত নিদিলে, সমাজখন নহ'লে বা আমাৰ দৰে বোৱাৰীবিলাকৰ মনবিলাক নিকা হ'ব কেনেকৈ? এদিন পিচে এটা কথাত মাত দিবলৈ মই বাধ্য হ'লো। 'মৌ'ৰ মাকে কৈ থকা এষাৰ কথাত মই বৰ দুখ পালো। তেখেতৰ শাহুৱেকে বোলে বনকৰা ছোৱালীকেইজনীক কৈছিল-- তইঁতে যে এই পেকেটৰ গুড়ি মছলাবিলাক কিনি আনি আঞ্জা তৰকাৰীত দিয়, তাৰ সলনি মই আগতে ব্যৱহাৰ কৰা শিলপতাখন এনেইহে পৰি আছে মাজে মাজে তাতেই জালুক-জিৰা কেইটামান বাটি আঞ্জাত দিবিচোন, আঞ্জাখনো সোৱাদ হ'ব আৰু খোৱাও ভাল। মোৰ মতে তেখেতেটো সেইটো ভাল কথাই কৈছে--কিন্তু, তেখেতসকলৰ বাবে সেইটো আলোচনাৰ বিষয়—

"মছলা বতি আঞ্জা খুৱাব লাগে, মোৰ কাম কৰা ছোৱালী গ'লৈগে তেওঁলোকক কোনে খুৱাব? দুবেলা দুমুঠি যে বহি খাবলৈ পাইছে, সেয়াই বহুত।" মই ক'বলৈ বাধ্য হ'লো—"নেপায় দেই, তেনেকৈ ক'ব, তুমিওটো এদিন বুঢ়া হ'বা, তোমাৰ ল'ৰা-ছোৱালীয়ে তোমাক তেনে ব্যৱহাৰ কৰিলে কেনে লাগিব? তেওঁলোক আৰু কিমান দিন জীয়াই থাকিব, গতিকে আমি যিমান পাৰো তেওঁলোকক পৰিচৰ্যাহে কৰিব লাগে".........। মৌৰ মাকে কথাষাৰত অলপ বেয়া পাইছে বুলি সন্দেহ হ'ল। ঘৰলৈ আহি ভাবিলো কাইলৈৰপৰা চাগে মৌৰ মাক আৰু মোৰ তালৈ নাহিব। মনে মনে মমি আৰু পৰাগক স্কুলৰ পৰা ৰিক্সাৰে অনাটোকে ঠিক কৰিলো, ভয়ো লাগিল, কেতিয়াবা ৰিক্সা পাবলৈ টান হয়।

নহয় পিছে, মোৰ ধাৰণাটো ভুল হ'ল—পিছদিনা ঠিক সময়তেই মৌৰ মাক আমাৰ ঘৰ ওলালহি—আগৰ দৰে হাঁহি মাতি। ময়ে অলপ সংকোচবোধ কৰিছিলো তেওঁৰ আগত। এনেদৰে দিন বাগৰি গ'ল গতানুগতিকভাৱে। ইতিমধ্যে ল'ৰা-ছোৱালীহঁতৰো গৰমৰ বন্ধ ওচৰ পালেহি। বন্ধটো আহি পালে ল'ৰা-ছোৱালীৰটো

বাদেই আমাৰো ভাল লাগে, কিছুদিন অন্ততঃ ৰেহাই পাম। দুই এঘৰ মিটিৰ-কুটুমৰ ঘৰত ফুৰিবলৈকো যাব পাৰিম। মৌৰ মাকহঁতে বোলে ক'ৰবাত ফুৰিবলৈ যাব, বিদেশত, বন্ধটো বিশেষ ধৰণে উপভোগ কৰিব তেওঁলোকে।

এদিন আবেলি গুণহৰি দদাইদেউ আহি বহিলহি। কথা প্ৰসংগত মই সেই বৰুৱাদেউৰ কথা সুধিলো—"দদাইদেউ সেই মানুহজনক বহুতদিন দেখা নাই—মানুহজনক দেখিলেই ভাল লাগে"—

"অ' তেখেতৰ গাটো সিমান ভাল নাই যেন পাইছো, আচলতে মনটো। ডাঙৰ পুতেকে আৰু বোৱাৰীয়ে সিমান ভাল ব্যৱহাৰ নকৰে যেন পাইছো, বাকী দুজন ল'ৰাটো বাহিৰতেই থাকে। তেখেতে অৱশ্যে নিজেই একো নকয়, বৰ ভাল মানুহ, অৱস্থাও বৰ ভাল। ঘৈণীয়েক গৰাকীও অতি সাদৰি মানুহ—এতিয়া যথেষ্ট বুঢ়ী হৈছে—আগতে মই প্ৰায়েই গৈছিলো। আজিকালি হেনো কোনো যাব নোখোজে। বৰুৱাদেৱেও পুতেক-বোৱাৰীয়েকৰপৰা পোৱা অৱহেলাটো আনে গম পায় বুলি মানুহ গ'লে অলপ আপচোচ কৰে যেন লাগে।" কথাখিনি শুনি মোৰ চকুকেইটা চলচলীয়া হৈ গ'ল—দদাইদেৱে চাহ খোৱা কাপ-প্লেটযোৰ ভিতৰলৈ লৈ গলো আৰু তেখেতক অলপ তামোল চকলিয়াই দিলো। দদাইদেউ তামোলখন মুখত লৈ যাওঁ বুলি ঘৰমুৱা হ'ল।

স্কুলৰ বন্ধটো কেনেকৈ পাৰ হ'ল গমেই নাপালো। স্কুল খুলিবলৈ আৰু মাত্ৰ তিনিটা দিন বাকী আছে। মৌৰ মাকে নিমন্ত্ৰণ এটা দি গ'লহি। মই সুধিলো"কিহৰ পাৰ্টি?"

"নাই এনেয়ে,—মনটো ভাল লাগি থকাৰ বাবে পাৰ্টি এটা কৰিবৰ মন গ'ল। আটাইকেইটাই খোৱাকৈ যাব লাগিব, গধূলি।"

আমাৰ তেখেতে মমী আৰু পৰাগক লগত লৈ মোকেই যাবলৈ দিলে, কাৰণ তেখেতৰ মৌৰ দেউতাকৰ লগত চিনাকি নাই। মাককো দুই-এদিনহে দেখিছে। মইও অৱশ্যে তেওঁলোকৰ বিষয়ে বিশেষ নাজানো। মৌৰ দেউতাক এজন ভাল ব্যৱসায়ী আৰু ককাক আইতাক লগতে থাকে। অৱশ্যে মাকৰ কথাৰ পৰা বুজিব পাৰি তেওঁলোকৰ যে লাইফ ষ্টাইল বেচ আদব-কায়দাৰ। তেখেতে মোক ঘৰৰ অৱস্থানটো বুজাই ক'লে আৰু আমাৰ আটাইকেইটাকে যাবলৈ অনুৰোধ কৰিলে। যথা সময়ত আমাৰ এখেতলৈ ৰাতিৰ সাজটোৰ যো-জা কৰি আমি তিনিওটা অট'ৰিক্সা এখন ঠিক কৰি মৌহঁতৰ ঘৰ পালোগৈ। ঘৰটো উলিওৱাত

একো অসুবিধা নহ'ল। বহুত ডাঙৰ ঘৰ, আঁতৰৰপৰাই জিলিকি আছিল—সন্মুখত কেইবাখনো নতুন মডেলৰ গাড়ীৰ বৈ আছিল। আমি সোমোৱাত মৌ দৌৰি আহি মমীক হাতত ধৰি ভিতৰলৈ লৈ গ'ল। মাকে মোক আগবঢ়াই নিলে— "ইমান যে ভাল লাগিছে তুমি অহা বাবে, তোমাৰ মিষ্টাৰ নাহিল নেকি?"

"তেখেতৰ অলপ কাম আছে কেতিয়াবা আহিব"—মই ক'লো। তেখেতে মৌৰ দেউতাকৰ লগত চিনাকি কৰি দিলে—

—"অ' আপোনাৰ কথা শুনিয়েই আছিলো। চিনাকিহে হ'ব পৰা নাছিলো, আপোনালোকৰ তেখেত নাহিল নেকি? এই সুযোগতে চিনাকি হ'ব পাৰিলোহেঁতেন!"

মই মনে মনে ভাবিলো— ইমান ধনী-মানী মানুহ হৈয়ো ইমান ভাল, অকণো ভেম নাই। আমাৰ এখেতক লৈ অহাহেঁতেনেই ভাল আছিল!

'হেৰা আহা' মৌৰ মাকে মাতিলে—মই তেখেতৰ পাছে পাছে গ'লো— দাইনিং ৰুমলৈ। প্ৰকাণ্ড এখন টেবুল, কেইবাজনো ভদ্ৰলোক আৰু ভদ্ৰ মহিলাই খাই আছে। মমী আৰু পৰাগো মৌৰ লগত বহি খাবলৈ ধৰিছে। ময়ো বহিলো।

কমেও দহ পোন্ধৰ বিধমান খোৱা ব্যঞ্জনেৰে সজ্জিত টেবুলখন। সাত আঠ খনমান ব্যঞ্জন ময়ো খালো— সুস্বাদু খাদ্য। খাই উঠি এবাৰ মৌৰ ককাক আইতাকক মাত দি চিনাকি হৈ যাওঁ বুলি ভাবিলো যদিও তেখেত বিশেষভাৱে ব্যস্ত থকাৰ বাবে কৰবলৈ মন নগল। লাহে লাহে মানুহ যথেষ্ট আহিল। মই মাজতে সুৰুঙা পাই তেখেতক মাত লগাই আহিব খুজিলো, তেখেতে মোক পদূলিলৈকে আগবঢ়াই দিলে। মই বেচ সন্তুষ্টিৰে ঘৰ পালোহি। এখেতক তেওঁলোকৰ ঘৰৰ বিষয়ে বিবৰি কলো। মই যে তেখেতসকলৰ আতিথ্যত বৰ সন্তুষ্ট আমাৰ এখেতে গম পাইছে, গতিকে মোক অলপ ঠাট্টা কৰি ৰগৰ কৰিছে। যিয়েই নহওক, মই মৌহঁতৰ ঘৰলৈ গৈ বৰ ভালপালো।

দুদিন পিছত আকৌ সেই একেই ৰুটিন। ইহঁত দুইটাত আনিবলৈ স্কুললৈ গলো— মই অকলেই। মৌৰ মাক অহা নাই।

পাপৰিৰৰ মাকে মোক মনে মনে সুধিলে— সেইদিনা পাৰ্টিলৈ গৈছিলনে?

"হয় গৈছিলো বৰ ভাল লাগিল।"

"কিহৰ পাৰ্টি জানেনে নাজানে?"

"নাই একো নাজানো, এনেই দিয়া বুলি কৈছে, কিবা কাৰণ আছে নেকি?

মই সুধিলো।"

"শাহু-শহুৰক 'বৃদ্ধ আশ্রমত' থ'ব, সেই আনন্দতে পাৰ্টি দিছে। কালি তেওঁলোকক বৃদ্ধ আশ্রমত থৈ আহিলগৈ।"

কথাটো শুনি মই বজ্রপাত পৰা মানুহৰ দৰে নিঠৰ হৈ পৰিলো--কি কম! কি মাতিম!

কিবা দুখে মোৰ মনটো আগুৰি ধৰিলে। নিজৰ ওপৰতে খং উঠিল--মই বাৰু এনে এটা পাৰ্টিলৈ কেনেকৈ গ'লো, সেই পাৰ্টিটো কেনেকৈ উপভোগ কৰিলো। মোৰ চিঞৰি চিঞৰি কান্দি দিবৰ মন গ'ল। কোনো মতে ইহঁত দুটাক স্কুলৰ পৰা লৈ আহিলো। মোৰ বুকুখন শোকে খুন্দা মাৰি ধৰি বিষাই গ'ল। নিজকে মৌৰ ককাক-আইতাকৰ ঠাইত থিয় কৰি চালো-কাৰণ আমিওটো এদিন বুঢ়া হ'ম তেওঁলোকৰ দৰে! মই বিছনাখনত বাগৰি ভাবিবলৈ ধৰিলো—এই সংসাৰৰ মানুহবিলাকৰ কি চৰিত্ৰ বাৰু! ইমান সুন্দৰ পৃথিৱীখনত ইমান কলুষিত মনৰ মানুহৰ সৃষ্টি কেনেকৈ? মোৰ মনটোক সান্ত্বনা দিব পৰা নাছিলো....।

দুই-তিনিদিনমান ধৰি মৌৰ মাকো স্কুললৈ অহা নাছিল—নম্রভাৱে হ'লেও তেখেতক মোৰ কিছু কথা ক'বলৈ মন আছিল- তেতিয়াও হয়তো মনটো অলপ শান্তি লাগিলহেঁতেন, যদিও তেওঁক মোৰ কোৱাৰ কোনো অধিকাৰ নাছিল। এসপ্তাহমান পিছত আমাৰ ঘৰৰপৰা দহ কিলোমিটাৰমান আঁতৰৰ এখন "বৃদ্ধ আশ্রম" লৈ যোৱাটো ঠিক কৰিলো--আমি কেতিয়াবা কেতিয়াবা যাওঁ। স্বামীৰ পৰামৰ্শমতে যৎকিঞ্চিত খোৱা বস্তু নিজ হাতেৰে বনাই লৈ আশ্রম পালোগৈ। অন্য দিনাৰ দৰে ডাঙৰ হলঘৰটোত সকলোবিলাক আহি জমা হ'লহি। দুই-এজন বেছি বয়সস্থ নহ'লেবা কিবা অসুখ হৈ আছে তেখেতসকলক কোঠাতে দেখা কৰি আহিলো। হঠাৎ মোৰ চকু পৰিল গুণহৰি দদায়ে চিনাকি কৰি দিয়া বৰুৱাদেৱ। মই তেখেতৰ ওচৰ চাপি গ'লো—"আপোনাৰ ভালনে? বহুত দিনৰ মূৰত দেখিলো"। " আই, ইয়ালৈ আহি লগ-ভাগ পাই অলপ শান্তি পাইছো আমাৰ এওঁ আহিছে নহয়" বুলি কৈ ঘৈণীয়েকক হাতত ধৰি লৈ আহিল। মই তেখেতক ভৰি চুই সেৱা কৰিলো-তেখেত যথেষ্ট বুঢ়ী হৈছে। কঁকালটো পৰিছে। তেখেতে মোৰ গায়ে-মূৰে হাত ফুৰালে। মমী আৰু পৰাগকো মৰম কৰিলে। সকলোকে মাত লগাই ঘৰলৈ আহিবলৈ খোজোতেই বৰুৱাদেৱে ক'লে—"আইজনী আকৌ আহিবা দেই"। মই ক'লো--"আহিম দিয়ক--মই মাজে মাজে আহিয়েই থাকো

আপোনালোককহে লগ পোৱা নাই ।

'আমি অহা কেইদিনমানহে হৈছে।'

মই চক্ খাই উঠিলো--কেইদিনমানহে হৈছে যদি এয়াই নেকি মৌৰ ককাক-আইতাক!

মই তেওঁলোকৰ ওচৰলৈ গৈ সুধিলো--"মৌ বোলা কণমানি ছোৱালীজনী আপোনাৰ কিবা হয় নেকি বাৰু?" বৰুৱাদেৱে সুন্দৰ হাঁহিটোৰে উত্তৰ দিলে--"অ' সেয়া মোৰ বৰ ল'ৰাৰ নাতিনী--মৌ নামটো আমি ককাক-আইতাকেই দিয়া"—কথাষাৰ কৈ কৈ দুয়োজন ইমান আনন্দিত হৈ পৰিল, মই মমীৰ লগতে পঢ়াৰ কথা ক'লো—তেখেতসকলে মমীক সাৱটি ধৰি মৰম কৰি ক'লে—"তেন্তে তুমিও আমাৰ মৌ" আৰু মোক ক'লে তুমিও আমাৰ বোৱাৰী"। অজানিতে মোৰ চকুৰপৰা চকুলো ওলাই আহিল। মুখেৰে একো ক'ব নোৱাৰিলো যদিও মই অন্তৰতে তেখেত দুয়োজনকে ক্ষমা খুজিলো—সেইদিনা অজানিতে পাৰ্টি উপভোগ কৰি মই ইমান এটা ডাঙৰ অপৰাধৰ সমভাগী হৈছিলো। পিছত আকৌ তেওঁলোকক লগ পোৱাৰ প্ৰতিশ্ৰুতি দি মই ঘৰলৈ গ'লো--মনটো কিছু ফৰকাল লাগিল।□

卍 卍 卍

# গৰিহনা

আজি পাঁচ— ছয় মাহ ধৰি মাজে মাজে তোমাৰ ফোন পাই আছো—তোমাৰ লগত কথা পতাৰ মোৰ ইচ্ছাও নাই, আগ্ৰহো নাই—আগতেও তুমি বহুত চেষ্টা কৰিছা, বহুতকে বহু ধৰণে সুধিছা—মই সকলো খবৰ পাই আছো। কিন্তু সিদিনা তোমাৰ শকত লেফাফাৰ চিঠিখন পাই আচৰিত হ'লো-কিয় মোৰ বিষয়ে জানিবলৈ তুমি ব্যস্ত হৈ পৰিছা? মোৰ কথা জানিবলৈ প্ৰবল ইচ্ছা হৈছে তোমাৰ? তেন্তে কওঁ শুনা—

'মই' এতিয়া তোমাৰ সেই ওঠৰ বছৰৰ আগৰ চঞ্চল 'অৰুণিমা'জনী নহয়--যিজনী অৰুণিমাই তোমাৰ সোৱাদ লগা কথাবিলাক শুনি শুনি তোমাৰ সুঠাম চেহেৰা চাই চাই নিজকে পাহৰি পেলাইছিল। তোমাৰ মনত আছে মোক পাবলৈ তুমি প্ৰথমে কিমান যে চেষ্টা কৰিছিলা? অকৰা আছিলো, প্ৰেম-প্ৰীতি বুজি পাওঁতে সময় লাগিছিল। হোষ্টেলৰ ৰিমা, উৎপলাহঁতৰ আগত যে তোমাৰ কিমান খবৰ মোলৈ পঠোৱা। মই য'তেই গানৰ প্ৰগ্ৰেম কৰো তাতেই তুমি! শেষত তুমিয়েই জয়ী হ'লা। মই নিজক একেবাৰে পাহৰি পেলালো— কেৱল তুমি-মই তোমাৰ ইমান কাষ চাপি আহিলো নিজৰ অস্তিত্বকে হেৰুৱাই পেলালো—তেতিয়াহে মই উপলব্ধি কৰিব পাৰিছিলো 'ভালপোৱা'টো যে কি এটা অদ্ভুদ মহিমা.....। সংসাৰত কাকোকেই চিনি নাপাওঁ মই—নিজৰ সমস্ত সত্তা তোমাতেই বিলীন হৈ গ'ল, ক'তোৱেই মন নবহা হ'ল, গান গাই ইমান ভালপোৱা মই গান গাবলৈয়ো ভাল নোপোৱা হ'লো—তুমি নক'লেটো মই কোনো ফাংচনতেই ভাগ নলওঁ, তোমাৰ বাবেই যেন দুই-এখনত গান গালো শ্ৰোতাসকলে কোৱা শুনো মাজে মাজে—'সঁচাকৈ ভাল গায়' তুমিওটো জোকাইছিলা 'বিখ্যাত গায়িকা'....মোৰ লগৰ গীতিমালৈ তোমাৰ মনত আছে? তাই মোক মাজে মাজে কয়—মই হেনো একেবাৰে ধুনীয়া নহয়, ভাল গান গাওঁ বাবেই মানুহে ধুনীয়া দেখে। অৱশ্যে কথাটো কিমান সঁচা মই ঠিক ক'ব নোৱাৰিম কিয় জানা....তুমি মোক বৰ্ণনা কৰি লিখা চিঠিবিলাক পঢ়ি মই নিজকে খুউব ধুনীয়া বুলি ভাবিছিলো তেতিয়া।

দিনবিলাক যে কেনেকৈ পাৰ হৈছিল তেতিয়া গমেই পোৱা নাছিলো-মই ভাবিছিলো জীৱনটো ইমান মিঠা, ইমান সুন্দৰ। কেতিয়াবা অলপ বেয়া লাগিলেও তোমাক লগ পোৱাৰ পাছত সকলো পাহৰি যাওঁ। কিন্তু তুমি মোক কিবা কথাত বেয়া পালে মৰি যোৱা যেন লাগে। এতিয়া মোৰ হাঁহিয়ে উঠে—কি যে আছিলো মই?

তোমাৰ বি-কম পৰীক্ষাৰ ওচৰ চাপিল। তোমাক মোৰ ওচৰলৈ ঘনাই নাহিবলৈ অনুৰোধ কৰিলো, কিন্তু তুমি জানো শুনিলা? যিয়েই নহওক তুমি অতি সহজে বি-কম পাছ কৰিলা। তোমাৰ ৰিজাল্টৰ দিনা মোৰ দেউতা যে আহিছিল মনত আছে? তুমি দেউতাক আৰু পঢ়াৰ ইচ্ছা নাই বুলি কৈছিলা যে? সঁচাকৈ তুমি আৰু নপঢ়িলা। পঢ়া শেষ হ'ল যদিও গুৱাহাটীখন এৰিব নোৱাৰিলা—এৰা--ধৰাকৈ আৰু এক বছৰ মানেই থাকি গ'লা গুৱাহাটীত। ইতিমধ্যে মোৰ কলেজীয়া জীৱনৰ অন্ত পৰিল। বি-এ পৰীক্ষা শেষ হোৱাৰ তিনিদিন পিছত তুমি মোক আমাৰ ঘৰত থৈ আহিলাগৈ মানে 'জামুগুৰিত'। আমাৰ ঘৰখনে যে তোমাক কিমান আপোন কৰি লৈছিল।

মা-দেউতাই জোঁৱাইৰ দৰেই মৰম কৰিছিল তোমাক। ভাইটি তিনিটালৈ তোমাৰ মনত আছেনে? এদিন থাকি তুমি ঘৰলৈ গ'লাগৈ মানে ডিব্ৰুগড়লৈ। মই কিন্তু সপোনতো ভবা নাছিলো সেয়া যে তুমি মোৰপৰা চিৰদিনৰ বাবে গুচি গ'লা!

এতিয়া কৈছো শুনা—মোৰ বাকী দিনবোৰৰ কথা—মানে মই আজিলৈকে কি কৰি আছো, কেনেকৈ কটাইছো দিনবিলাক—? তুমি মোক ঘৰত থৈ যোৱাৰ পিছত সঘনাই তোমাৰ চিঠি পালো—তাৰ পিছত চিঠি অহা পাতলি আহিল.....তাৰ পিছত একেবাৰে নহা হ'ল। মানে তুমি মোক পাহৰিবলৈ চেষ্টা কৰিলা—ইতিমধ্যে মই খুউব ভালকৈ বি-এ পাছ কৰিলো। মা-দেউতাই মোৰ বিয়াৰ বিষয়ে আলোচনা কৰে লগতে মোক তোমাৰ কথাও সোধে।

এদিন দেউতা ওলাল তোমালোকৰ ঘৰলৈ বুলি—মই তোমাক টেলিগ্ৰাম কৰি জনাইছিলো। মনত আছে চাগৈ তোমাৰ? তুমি বুজাই দিয়া মতে দেউতা ওলালগৈ, তুমি ষ্টেচনৰপৰা গাড়ীৰে লৈ গ'লাহি তোমালোকৰ ঘৰলৈ। অট্টালিকা যেন ঘৰ তোমালোকৰ দেউতাই মোৰ কপালৰ কথা ভাবি আনন্দিত হৈছিল মনে

মনে। মডার্ন আদৰ কায়দাৰে পৰিপুষ্ট তোমালোকৰ ঘৰ, থকা-খোৱা, পৰিচৰ্যা সকলোতে। দেউতাই অলপ আচহুৱা অনুভৱ কৰিলে যদিও, তুমি অনবৰতেই দেউতাৰ ওচৰে ওচৰে থকাৰ বাবে ভালেই লাগিল। তোমালোকৰ ঘৰ গৈ পোৱাৰ পিছতেই তুমি হেনো তোমাৰ মা-দেউতাক তেওঁৰ ওচৰলৈ মতাৰ কথা কৈছিলা–দেউতাই হেনো আহিব আহিব বুলি ভাবি থাকোতেই .....ৰাতি হ'লহি। দেউতা শুই থাকিল—–তেওঁ ভাবিলে হয়তো ৰাতিপুৱাহে লগ ধৰিব! পিছদিনা ৰাতিপুৱাল.... তাৰ পিছত দুপৰীয়া...তাৰ পিছত ৰাতি...অথচ তেওঁলোক গাড়ীৰে ক'ৰবালৈ ওলাই যোৱা.... কেইবজাত ঘৰ সোমোৱাহি এইবিলাক দেউতাই ৰুমৰ পৰা দেখি আছিল।

পিছদিনা পুৱাই দেউতা আহিবলৈ ওলাল...তোমাক দেউতাই কোৱামতেই তুমি দেউতাক অতি আদৰেৰে খুৱাই-বুৱাই (কাম কৰা ল'ৰাৰ দ্বাৰা) ষ্টেচনলৈ লৈ আহিলা। ঠিক সময়মতে নগাঁও অভিমুখে অহা গাড়ীত তুলি দি গাড়ী চলালৈকে দেউতাৰ ওচৰতে থাকিলা হেনো! অলপতে আমাৰ ঘৰলৈ আহিম বুলি দেউতাক দঢ়াই দঢ়াই কৈ পঠালা হেনো!

সময়মতে গাড়ী এৰা দিলে....দেউতা ঘৰ আহি পাওঁতে প্ৰায় ৰাতিয়েই হ'লহি। আঠ বাজি ত্ৰিশ মিনিটমান হ'ল। আমি গোটেই ঘৰখনে দেউতা অহালৈকে বাট চাই আছিলো লগতে খুৰাদেউ, দধি ককাইদেউতাহঁতে। দেউতা আহি তোমালোকৰ ঘৰৰ কথা কৈ শেষ কৰিবই নোৱাৰে—'তুমি কিমান আদৰ কৰিলা, তোমালোকৰ ঘৰখন কিমান ধুনীয়া, আধুনিক গাড়ী-মটৰ কিমান ইত্যাদি ইত্যাদি....।

সেইদিনা দেউতা ভাগৰি আহিছে বুলি আমি বিশেষ কথা নাপাতিলো, মায়ে লৰালৰিকৈ ভাত ৰান্ধিলে, দেউতাই কেইটামান খাই সোনকালে শুব বুলি ভাবি...। দেউতাই পিছে ভাত খাব নোৱাৰিলে, বৰ ভাগৰুৱা হৈ পৰিছে দেউতা-–বেছিকৈ গাড়ীয়ে - মটৰে নুফুৰা মানুহ...বাৰু সেইবিলাক বাদ দিলো...

পিছদিনা পুৱা মই দেউতাক জগাবলৈ দেউতাৰ ৰুমলৈ গ'লো—দেউতা সাৰ পায়েই আছে কিন্তু উঠা নাই সদায় ঢল পুৱাতে উঠা দেউতাই আজি ছয় বাজি ত্ৰিশ মিনিট যোৱালৈকে বিছনাৰপৰা উঠা নাই মই ভাবিলো' দেউতাৰ নিশ্চয় মোৰ দৰেই হৈছে.......ৰাতি বহুত পৰলৈ তোমালোকৰ ঘৰৰ কথা ভাবি ভাবি টোপনি অহা নাছিল।

দেউতাৰ ওচৰলৈ গৈ মাত দিলো... দেউতা ইমান পৰলৈকে উঠা নাই, টোপনি ভঙা নাই নেকি?

দেউতাই কেঁকাই কেঁকাই মাত দিলে—'নহয় অ' আই মোৰ গাতো বৰ বেয়া, বুকুখন বিষাইছে—মই লৰালৰিকৈ ওচৰ চাপি দেউতাৰ গাত হাত দিলো- —দেউতাৰ জ্বৰ আছে 'থাৰ্মমিটাৰটো' আনি দেউতাৰ জ্বৰটো চালো, জ্বৰ এশ দুই আছে। নিমখ, গৰমপানী দি দেউতাৰ ভৰিকেইটা ধুৱাই দিলো...

'মা'য়ে গোঁসাই ঘৰৰপৰা ওলাই দেউতাক লালচাহ এবাতি বনাই জোৰ কৰি খুৱালে দেউতাক। দেউতাই ডাক্তৰক খবৰ দিবলৈ মানা কৰিলে। সাধাৰণ জ্বৰ ভাল হৈ যাব।

দুপৰীয়া দেউতাক ভাত খাবলৈ নিদিলো। জ্বৰটো বেছি হ'ব বুলি ভাবি শুকান ৰুটি আৰু মায়ে ভাতৰ লগত খাবলৈ বনোৱা দালি এবাতিকে দিলো....দুপৰীয়া জ্বৰটো কমিল, নায়েই বুলিব পাৰি, বুকুৰ বিষটো কিন্তু একেদৰেই থাকিল। সৰু ভাইটি স্কুললৈ গ'ল, ডাঙৰ ভাইটি নিজৰ ৰুমত পঢ়ি আছে, সি মেট্ৰিক দিব। 'মা' নামঘৰলৈ ওলাই গৈছে—দেউতাৰ হৈ নামঘৰত 'শৰাই' এখন আগবঢ়াব। মই দেউতাৰ ওচৰতে বহি আছো— অলপ পৰ পিছত দেউতাই মোক মা নামঘৰলৈ গ'লনে সুধিলে— ডাঙৰ ভাইটি নিজৰ ৰুমতে আছেনে তাকো সুধিলে...তাৰ পিছত দেউতাই তোমালোকৰ ঘৰৰ কথাবিলাক মোৰ আগত ক'বলৈ আৰম্ভ কৰিলে......।

তোমালোকৰ তালৈ গৈ দেউতাই যে কিমান অপমান পালে.......তোমাৰ মা-দেউতাই দেউতাৰ লগত চিনাকি হ'বলৈয়ো নাহিল মাত এষাৰ দূৰৰ কথা, কাম কৰা ল'ৰাৰ হতুৱাই দেউতাক কেনেকৈ আলপৈচান ধৰালে ইত্যাদি ইত্যাদি....সকলোবিলাক মোক ভাঙি-পাতি ক'লে। ঘৰলৈ ঘূৰি অহাৰ আগদিনা দেউতা হেনো গোটেই ৰাতি শোৱা নাই, লাজ আৰু অপমানত দেউতা তেনেই মৰ্মাহত হৈ পৰিছিল ৰাতিয়েই যেন দেউতা তোমালোকৰ ঘৰৰপৰাই পলাই আহিব। কি যে যন্ত্ৰণাত দেউতাই ৰাতিটো কটালে...... পিছদিনা তুমি বাছত উঠাই দিয়াৰ পাছত দেউতাই কেতিয়ানো ঘৰ পালেহি একো গমেই নাপালে—অপমানত দেউতা জৰ্জৰিত হৈ পৰিছিল। কথাবিলাক কৈ কৈ দেউতাৰ দুচকুৰ পৰা পানী ববলৈ ধৰিলে... দেউতাৰ বুকুখন হেনো বেছিকৈ বিষাবলৈ ধৰিলে.....।

মা ইতিমধ্যে আহি পালে। দেউতা বৰ ভাগৰুৱা হৈ পৰিছে। মায়ে দেউতাৰ হাত-ভৰিকেইটা মোহাৰি দিলে—দেউতাৰ অকণমান টোপনি আহিল। গধুলি সময়ত দেউতাই সাৰ পালে। আকৌ দেউতাৰ জ্বৰ আহিল, লগতে বুকুৰ বিষ...লাহে লাহে দেউতাৰ জ্বৰ বাঢ়ি আহিল, লগে লগে বুকুৰ বিষটোও..

মোৰ বৰ ভয় লাগিল—–ডাঙৰ ভাইটিক ডাঃ নবীন বৰুৱাক মাতিবলৈ পঠাই দিলো। তেও˙ মানুহজন খুউব ভাল-দেউতাক বৰ ভাল পায়...ভাইটি যোৱাৰ লগে লগে তেওঁ ভাইটিক সকলো কথা সুধি-পুচি নিজৰ 'বিজয় ছুপাৰ' স্কুটাৰখনতে ভাইটিকো উঠাই লৈ আমাৰ ঘৰ আহি পালে...দেউতাক ভালকৈ চাই-মেলি এটা বেজি দিলে—–ক'লে এতিয়া তেওঁ আৰাম পাব। সঁচাকৈ দেউতাই আৰাম পালে, দেউতাক খুৱাবলৈ কিছু ঔষধ পাতি দি তেওঁ গ'লগৈ।

দেউতাৰ আকৌ টোপনি আহিল....

আমি অলপ সময়ৰ বাবে নিশ্চিন্ত হ'লো। ৰাতি বাৰমান বজাত মই শুবলৈ আহিলো, মা দেউতাৰ ওচৰতে বহি থাকিল...।

মই কিন্তু শুব নোৱাৰিলো। ৰাতি ডেৰমান বজাত আকৌ দেউতাৰ ওচৰলৈ উঠি আহিলো। মা সাৰে আছে দেউতাৰ মূৰটো বিচনীৰে লাহে লাহে বিচি আছে। অলপ সময় বহাৰ পিছত মায়ে মোক আকৌ শুবলৈ পঠালে। মই পুনৰ বিছনাত পৰিলোহি। কিছু সময়ৰ পিছত মোৰ টোপনি আহিল।

সাৰ পালো, ৰাতি পুৱাইছে...লৰালৰিকৈ দেউতাৰ ওচৰ পালোহি। দেউতাৰ আকৌ জ্বৰ, বেছিকৈ উঠিছে...মায়ে ক'লে—মাজনিশাৰ পৰাই দেউতাৰ জ্বৰ বেছি। দেউতাই একো ক'বই নোৱাৰে—কেৱল কেঁকাই আছে।

মই ডাঙৰ ভাইটিৰ ওচৰলৈ গ'লো–ইতিমধ্যে সি চাইকেলখন বাহিৰ উলিয়াইছেই—ডাক্তৰ মাতিবলৈ...মই সোনকালে যাবলৈ ক'লো। ভাইটি গ'ল.........

ইফালে দেউতাই ভুল বকিছে, মায়ে মূৰত পানী ঢলা আৰম্ভ কৰি দিছে। মাজু ভাইটিয়ে মাক পানী আনি সহায় কৰি দিছে........।

ওচৰৰ সৰু ল'ৰাৰ মাক ৰৰমাইতে খবৰ লবলৈ আহিছে। সৰু ভাইটিয়ে স্কুল নাযাওঁ বুলি কোৱা দেখি ৰামেশ্বৰৰ মাক মাহীও আহি পালে। দুজন-এজনকৈ ওচৰৰ মানুহখিনি প্ৰায় আহি পালেহি।

ডাক্তৰ আহি পোৱা নাই। মই অধৈৰ্য্য হৈ পৰিছো। দুঘন্টামান পিছত ডাক্তৰ আহি পালে, মই পদূলিমুখৰপৰা আগবঢ়াই আনিলো। তেওঁ বেলেগ ৰোগী চাবলৈ গৈছিল! তেওঁ দেউতাৰ ওচৰ পালেগৈ। দেউতাক চাই-মেলি লৈ তেওঁ অলপ চিন্তা কৰা যেন দেখিলো—মই ওচৰ চাপি গ'লো। তেওঁ ক'লে—'মাজনী দেউতাক হাস্পতাললৈ নিব লাগিব, জ্বৰ বৰ বেছি। মই কি কৰিম, কি নকৰিম উপায় নোপোৱা হ'লো। ডাওৰ ভাইটি দধি খুৰাক মাতিবলৈ ওলাল—আমাৰ দূৰ সম্পৰ্কীয় খুৰা—এমাইলমান দূৰত থাকে....তেতিয়াহে মোৰ তত আহিল—মই ভাইটিক খুৰাক লগত লৈ আহিবলৈ ক'লো আৰু 'মতি' আৰু 'অজিত' ৰ ঘৰত সোমাই অট'ৰিক্সা দুখনৰো খবৰ কৰি আহিবলৈ কৈ পঠালো।

এঘণ্টা পিছত ভাইটি, দধিখুৰা অট'ৰিক্সা এখন লৈ ওলালহি। কোনোমতে দেউতাৰ কামিজটো সলাই ধৰি ধৰি দেউতাক অ'টত উঠালো, খুৰা লগত গ'ল। মই আৰু মা পাছে পাছে খোজকাঢ়ি ওলালো। বাটতে ৰিক্সা পালে উঠি ল'ম ভাবি! ডাক্তৰ বৰুৱাও ভাইটিক লৈ অট'ৰিক্সাৰ লগে লগে গ'ল!

দুই ফাৰ্লং ৰাস্তা যোৱাৰ পিছত ৰিক্সা এখন পাই উঠিব ধৰোঁতেই ভাইটি, ডাক্তৰ আৰু দধি খুৰাই কিবা কথা পতা দেখিলো। দূৰৰপৰা দুইখন স্কুটাৰ আৰু অট' ৰৈছে আমি ৰিক্সাৰে খৰ্‌ধৰকৈ আগবাঢ়ি গৈ নাপালোৱেই দুয়োখনেই আমাৰ কাষেৰে ঘৰ অভিমুখে ওলটি আহিছে। আমাক একো নক'লে আমিও ৰিক্সাখন ঘূৰাই উভতি আহিলো।

আহি ঘৰ পাওহি মানে দেউতাৰ 'মৃতদেহ' ঢাৰি এখন পাৰি চোতালত শুৱাই দিছে...। আমাৰ আৰু বুজিবলৈ বাকী নাথাকিল—পদূলিমুখতে 'মা'য়ে চিঞৰ এটা মাৰি ক'ব নোৱাৰা হৈ গ'ল। মই মাক সাৱট মাৰি ধৰিলো—মাষ্টৰ ককাইদেউ দৌৰি আহি মাক দাঙি ভিতৰলৈ লৈ গ'ল।

মই কান্দিব নোৱাৰিলো...মোৰ বাবেইতো দেউতা ঢুকাল...মোৰ বাবে তোমালোকৰ ঘৰলৈ গৈ অপমান নোপোৱা হ'লে দেউতা কেতিয়াও নমৰে...দেউতাৰ দৰে নিকা, সত্যবাদী আৰু সুন্দৰ মনৰ মানুহবিলাকক জানো তোমালোকৰ দৰে দাম্ভিক, আত্মকেন্দ্ৰিক আৰু ধনী মানুহবিলাকেই মৰা নাই?

মানুহৰ মূল্য তোমালোকে বুজি নোপোৱা, তোমালোকে কেৱল ধনীক মূল্য দিব খোজা, সেইবাবে মোৰ দেউতাক চিনি নাপালা—ইমান সৰল প্ৰকৃতিৰ

মানুহজনক কেনেকৈ চিনি পাবা—তেওঁক চিনি পোৱাৰ যোগ্যতাখিনি তোমালোকৰ আছে বুলি মই নাভাবো।

তোমালোকে চিনি পাবা সদানন্দ চলিহাৰ দৰে মানুহকহে। কাৰণ তেওঁ হ'ল অজস্ৰ ধনৰ গৰাকী। সকলোৱে চিনি পায় তেওঁক, তেওঁ কৰিব নোৱাৰা কাম একো নাই সেয়েহে হ'বলা তেওঁৰ ছোৱালী তোমাৰ মা-দেউতাই বোৱাৰী কৰি আনিলে—মানে তোমাৰ পত্নী'।

কিন্তু, বেচেৰি 'নীলা'ঞ্জনী (তোমাৰ পত্নী) ইমান সোনকালে আঁতৰি গ'ল তোমাৰ পৰা...এই সংসাৰৰপৰা।

মই বিয়া নকৰালো--তোমাৰ বাবে বুলি নাভাবিবা? দেউতা যিহেতু মোৰ বাবেই ঢুকাল—দেউতাৰ কামখিনি ময়েই কৰিলো--ডাঙৰ ভাইটি ডাক্তৰ হ'ল, মাজু ভাইটি দেউতাই কাম কৰা স্কুলখনতে মাষ্টৰ হ'ল আৰু সৰু ভাইটিয়ে এম এছ চি কৰি আছে।

'মা' বুঢ়া হ'ল যদিও ভালেই আছে। মই কলেজত সোমোৱাৰ পৰা মায়ে মোৰ বাবে চিন্তা নকৰা হ'ল। অৱশ্যে মাৰ জোৰতেই মই এম এটো কৰিলো। ল'ৰা-ছোৱালীবিলাক পঢ়াই মই বৰ সুখী। সিহঁতেও মোক ভাল পায়।

মোৰ ক'বলগাখিনি আৰু তোমাৰ জানিবলগাখিনিও নিশ্চয় গম পালা.........গতিকে মোক আৰু আমনি নকৰিবা। ইমান বছৰ পাৰ হ'ল, ইমান ঘটনা ঘটি গ'ল তোমাৰতো কোনো খবৰ নাই কিন্তু নীলাৰ মৃত্যুৰ পিছত মোলৈ মনত পৰি যোৱাৰ দৰে তোমাৰ যাতে আৰু কাহানিও মোলৈ মনত নপৰে।

মৃত্যুৰ আগদিনা দেউতাই কোৱা কথাবিলাক প্ৰায়েই মনত পৰে—দেউতা আৰু মোৰ বাহিৰে সেইবোৰ কথা আৰু কোনেও নাজানে।

মোৰ চিঠিখন পঢ়ি উঠি তোমাৰ নিজকে খুনী যেন লগা নাইনে বাৰু? মোৰ কিন্তু লাগে....। ❑

卍 卍 卍

# নতুন প্ৰজন্ম

"ককা; ওৱেৰ ইউ ইন ল'ভ ইন ইয়ৰ ইয়ং ষ্টেজ"? ——মোৰ নাতি ল'ৰা সোণমণিটোৰ কথাবাৰত মই চক খাই উঠিলো—সি মোকেই সুধিছে নে বাৰু সেইষাৰ কথা। ইফালে-সিফালে চাই অনুমান কৰিলোঁ—সি কথাষাৰ মোকেই সুধিছে...... হাতত থকা লাখুটিডাল জোকাৰি তাক খেদি যোৱা যেন কৰিলো- -"নিলাজ ক'ৰবাৰ, ককায়েৰক এনে কথা সুধিবলৈ লাজ লগা নাই?"

"সেইটোনো লাজৰ কথানে"—বুলি হাঁহি এটা মাৰি সি আঁতৰি গ'ল.....

মোৰ মনে মনে হাঁহি উঠিল যদিও, নাতিনীৰ কথাষাৰে মোক নতুন প্ৰজন্মটোৰ কথা-বতৰা, চাল-চলন, নির্ভিকতা মুক্ত সেইকথা মনত পেলাই দিলে। লগতে সিহঁতৰ পাৰদর্শিতা, সিহঁতৰ মগজুবিলাক সঁচাকৈ বৰ চোকা। বিশ্বাস কৰিবলৈ টান, আমাৰ দিনত আঙুলিৰ মূৰত লিখিব পৰা কেইজন মানুহে চোকা মানুহ আছিল—অৱশ্যে তেতিয়াও যে মগজু থকা মানুহ নাছিল এনে নহয়—সা-সুবিধা বৰ কম আছিল, ব্যৱহাৰত লগাব জনা নাছিল। বিজ্ঞানৰ অগ্ৰগতিৰ লগত নতুন নতুন মগজুৰ আবির্ভাব ঘটিল। সেই আবির্ভাৱবিলাক প্ৰকাশৰ মাধ্যম সৃষ্টি হ'ল, যাৰপৰা নেকি মগজুৰ বিকাশ ঘটিব ধৰিছে, নতুনৰ সৃষ্টি হৈছে—আগবাঢ়ি গৈছে- -নতুন প্ৰজন্ম। গাঁৱে ভূঞে প্ৰতিঘৰ মানুহৰে শিক্ষিত ল'ৰা-ছোৱালী। আমাৰ দিনত প্ৰবেশিকাত স্থান লাভ কৰিছিল মাত্ৰ দহজনে, এতিয়া লাভ কৰে দুশজনে। শিক্ষাৰ নতুন নতুন বিভাগৰ আৱিষ্কাৰ, বাহিৰৰ দেশত পঢ়িবলৈ যোৱাৰ সুবিধা, স্থানপ্ৰাপ্ত এইবিলাকতো অকণো পাচপৰি থকা নাই নতুন প্ৰজন্ম। পৌৰাণিক 'সঁচা'বিলাকো 'মিছা' বুলি আৰু মিছাবিলাকো সঁচা বুলি প্ৰমাণিত হৈছে আজিৰ যুগত। সাধু কথাৰ জোনবাইৰ দেশত এতিয়া তুলসীৰ তলত হৰিণাপহু চৰিব নাযায়, এতিয়া মানুহ বিচৰণ কৰাৰ যো-যা চলিব ধৰিছে। উন্নত দেশ বিলাকে লাভ কৰা মগজুবিলাক এতিয়া আমাৰ দেশেও লাভ কৰিবলৈ সমর্থ হৈছে। আজিৰ কম্পিউটাৰৰ যুগত সিহঁতো যেন একো একোটা কম্পিউটাৰ। সেয়েহে নেকি সিহঁত মুক্ত। আজি মই চাৰিকুৰি বছৰীয়া বৃদ্ধজনে সিহঁতক হিয়া আজুৰি আশীৰ্বাদ কৰিছো—সিহঁতৰ যেন আৰু উন্নতি হয়, মঙ্গল হয় ................।




"ককা কি ভাবি আছা, তোমাৰ ডেকাকাললৈ মনত পৰা নাইতো?"

মোৰ ভাৱত আউল লাগি গ'ল—মই নিজৰ কোঠাৰ ফালে আগবাঢ়িলো। ভিতৰ সোমাই মই মোৰ পত্নীয়ে যৌতুকত অনা দীঘল আইনাখনৰ সম্মুখত থিয় হৈ নিজৰ চেহেৰাটো চোৱাৰ লগে লগে মোৰ নাতি ল'ৰাই কোৱা কথাষাৰ মনত পৰি গ'ল–'ওৱেৰ ইউ ইন লভ্'? লগে লগে আইনাখনত দেখা পালো মোৰ সেই পশিচ বছৰ বয়সৰ চফল ডেকা কালৰ ছবিখন। মোৰ মনটো উৰা মাৰিলে মোৰ ডেকাকালটোলৈ....... মানে প্ৰেমত পৰা দিনলৈ, প্ৰথমে গোলাপী, আমাৰ গাঁৱৰ নামঘৰত 'কংশবধ' ভাওনা। মই তেতিয়া পাঁচ মাইল ৰাস্তা চাইকেল মাৰি গৈ কলেজত পঢ়ো—তথাপিও গাঁৱৰ সকলো কামতে যোগদান কৰো। ক্ষীণ মিন ডেকা ল'ৰা বাবে কৃষ্ণৰ ভাওঁটো মোৰ ভাগত পৰিল। গোলাপীৰ পাতল হালধীয়া ৰঙৰ শাৰী এখন ধুতি কৰি পিন্ধিবলৈ আনিলো। শাৰীখন খোজা, আনিবলৈ যোৱা, ঘুৰাই দিবলৈ যোৱা আদি কৰি কেইবাবাৰো তাইৰ সৈতে মুখামুখী হ'ল। তাইৰ মিচিকীয়া হাঁহিটোৱে মোৰ মনত খলকনি তুলিছিল। তাইৰো গা-মন শাত পৰি যোৱা যেন লাগিছিল। পিচে আমাৰ প্ৰেমাস্পদ প্ৰকাশ হ'বলৈ নৌপাওঁতেই অচিনাকী গাঁৱৰ মাষ্টৰ ল'ৰা এজনৰ লগত গোলাপীৰ বিয়া হৈ গ'ল। বিয়াৰ দুদিন আগতে গাঁৱৰ মানুহক মাত লগাই ফুৰোতো-মোক কোনো কথা প্ৰকাশ নকৰাকৈয়ে —চকুৰ পানী টুকিছিল। মোৰ মনৰ আশা মনতে মৰহি গ'ল তেতিয়া। তাৰ পিছত মোৰ জীৱনলৈ আহিল সোণপাহী। সোণপাহীক লগ পালো জেতুকীৰ বিয়াত। জেতুকী মোৰ জেঠাইৰ ছোৱালী আমি কাণ সমনীয়া আছিলো—এতিয়া পিচে তাই ঢুকাল। তাইৰ বিয়াত লহ পহকৈ বিয়াৰ কাম কৰি থকা সোণপাহীক মোৰ পচন্দ হ'ল, সোণপাহী মানে একেবাৰে সোণপাহীয়েই। চকুকে চাবানে, হাঁহিকে চাবা–গোটেই বিয়াখনৰ আধা কাম তায়েই কৰিছে। কইনা সজোৱাৰপৰা বিয়া নাম গোৱালৈকে, চোতাল মোচাৰপৰা পিঠাগুৰি খোন্দালৈকে সকলো। কিছুদিন আমাৰ মাজত প্ৰেম চলিল। দুয়োৰে সমান আন্তৰিকতা। মই নতুনকৈ বেঙ্কৰ কামত সোমাইছো মাত্ৰ। ছোৱালী দিয়া মানুহৰ আকাল নাই। বৌটি আৰু পিতায়ে ছোৱালী চোৱা আৰম্ভ কৰিছেই। মোৰ ভয় হ'ল গোলাপীৰ দৰে যদি সোণপাহীকো হেৰুৱাব লগা হয়। জেতুকীৰ মুখেৰে বৌটিক কথাটো কোৱালো। বৌটিয়ে কি ভাবিলে নাজানো— মোক একো নকলে। নিজেই সুধিবৰো সাহস গোটাব নোৱাৰিলো। কিছুদিন ভাবি গুণি থাকোতেই সোণপাহীৰ মুখৰপৰা গম

পালা—জাত পাত নিমিলাৰ বাবে হেনো তাইক মোলৈ বিয়া নিদিয়ে। সোণপাহীক এৰি দিয়াৰ কথা সহ্য কৰিব পৰা নাছিলো কাৰণেই —যি হব, হব আৰু ভাবি তাই পলোৱাই অনাৰ প্ৰস্তাব দিলো-সোণপাহীয়ে কিন্তু সাহস কৰিব নোৱাৰিলে। গতিকে সোণপাহীকো বাদ দিব লগা হ'ল।

পাচত সোণমণিৰ আইতাক টাউনৰ বি এ পাছ ছোৱালী মঞ্জুৰ লগত পিতায়ে বিয়া ঠিক কৰিলে। ছোৱালী নোচোৱাকৈ ছোৱালীৰ বিষয়ে একো নজনাকৈয়ে পিতাইৰ কথাত মান্তি হলো। মনতে কিছুমান কথাই আমনি কৰি আছিল যদিও পিতাইৰ আগত কোনো কথা কবলৈ সাহ গোটাব নোৱাৰিলো তাৰ উপৰি লাজেও আগুৰি ধৰিছিল—সেইয়াই আছিল আগৰ প্ৰজন্মৰ স্বভাৱ-চৰিত্ৰ। বিয়া হৈ গ'ল। মোৰ পত্নী মঞ্জু বৰ লক্ষ্মী আছিল। টাউনৰ পৰা আহিও বৰ বোৱাৰী হিচাবে গাঁৱৰ ঘৰখন স্বম্ভালী লৈছিল। বৌটি আৰু পিতাইক লাগতিয়াল সকলোখিনি পৰিচৰ্য্যা কৰিছিল। মোৰ ভাইটি আৰু ভনীদুজনীক শিকাই বুজাই সুকলমে বিয়া দি নিজৰ কৰ্ত্তব্য শেষ কৰিছিল। ঘৰখনৰ পৰিবেশ আদব কায়দা সকলোখিনিৰে পৰিবৰ্তন আনি দিছিলো। বিয়াৰ পিচতে মোৰ তেওঁৰ প্ৰতি ধাৰণাটো একেবাৰে বেলেগ আছিল, ভাবিছিলো—টাউনৰ শিক্ষিত ছোৱালী গাঁৱৰ ঘৰত ক'ত মিলিব পাৰিব। কিন্তু; মোৰ ধাৰণৰ সম্পূৰ্ণ বেলেগ আছিল মঞ্জু। মঞ্জুক পোৱাৰ পাচত মই গোলাপী, সোণপাহিক পাহৰি গ'লো। মঞ্জুক মই, মোৰ ঘৰখনে, বংশ পৰিয়ালে, গাঁৱৰ মানুহে সকলোৱে বৰ ভাল পাইছিল। দুটা ল'ৰা, দুজনী ছোৱালীক পঢ়াই শুনাই উপযুক্ত কৰি গঢ়ি তোলা, উপযুক্ত পাত্ৰত বিয়া দিয়া, ল'ৰা দুটাকো বিয়া পাতি দিয়া, নাতি-নাতিনীৰ মুখ দেখা এই সকলোবিলাক কাম শেষ কৰি আজি দুবছৰৰ আগতে তেওঁ মোক এৰি গুচি গ'ল ভগৱানৰ ওচৰলৈ........। মোক ল'ৰা বোৱাৰীয়ে ভাল ব্যৱহাৰ আৰু পৰিচৰ্য্যা কৰে। সিহঁতৰ পৰা মই আজিলৈকে বৰ সুখী। সিহঁত দুই ভাই দুই বোৱাৰী আৰু সৰু সৰু চাৰিটা নাতিনীৰে আমি সুখেৰে একেলগে থাকো।

মই অলপ বেছি বুঢ়া হ'লো, মোৰ নাতি নাতিনীবিলাক ডেকা গাভৰু হ'ল। মোৰ জীৱিত কালতেই মোৰ পৰিয়ালত নতুন প্ৰজন্মৰ উদ্ভৱ হ'ল। চাৰিওটা নাতি নাতিনীৰ মাজত সকলোৰে গাইগুটিয়া বস্তুৰ প্ৰয়োজন হ'ল। সকলোৰে নিজা নিজা একোটা কোঠালি, একোটাকৈ কম্পিউটাৰৰ প্ৰয়োজন হ'ল—সেইদৰে নিজৰ নিজৰ মনঃপুত খাদ্য, সময়ৰ অপব্যৱহাৰ, কোনোবাই যদি ৰাতি একবজাত

শুইছে—কোনোবাই ৰাতিপুৱা পাঁচবজাত। সম্পূর্ণ বিপৰীতধৰ্ম্মী—আচাৰ ব্যৱহাৰ কথা-বতৰা, সাজ-পোছাক, মৰম-দয়া, ভাষা-সহিত্য। নিজৰ সংস্কৃতি পাহৰি পশ্চিমীয়া সংস্কৃতিক আদৰি লোৱা, সিহঁতৰ জ্ঞানৰ অন্ত নাই। আমাৰ পৰিধিৰ বাহিৰত সিহঁতৰ জ্ঞান বিবেচনা। সিহঁতে নজনা কথা পৃথিৱীত একোৱেই নাই। সিহঁত সদায় শুদ্ধ। মনে মনে চিন্তা কৰো—সেই একেই দেশ সেই একেই আকাশ-বতাহ, একেই মাটি-পানী—তাতেই ইমান পৰিবৰ্ত্তন কেনেকৈ। দুই এজন পুৰণা বন্ধু লগ লাগিলে আলোচানা কৰো—সকলোৰে একেই অৱস্থা, একেই পৰিবেশ।

"সঁচা কথা ক'বলৈ গ'লে, আজিৰ প্ৰজন্মটোৰ জ্ঞান বুদ্ধিৰ লগে লগে লজ্জা হ্ৰাস পাইছে বুজিছা?"

প্ৰাঞ্জলৰ ককাকে কোৱা কথাষাৰ সঁচাকৈ শুদ্ধ। লজ্জা হ্ৰাস পাইছে। ল'ৰা ছোৱালীৰ কাপোৰ-কানিবিলাক দেখিলে—বজাৰত কাপোৰৰ নাটনি যেনেই লাগে, বাহু, পিঠি আঠুলৈকে কাপোৰ নায়েই, তাপলি মৰা ফাটি যোৱা পেন্ট। তেওঁলোকৰ কিন্তু কোনো সংকোচবোধ নাই, মুকলি মনেৰে বিচৰণ কৰি ফুৰিব পাৰে। ল'ৰা ছোৱালীৰ প্ৰভেদ নাই। বাটে পথে ডেকা বুঢ়া সকলোৰে আগতেই প্ৰেম নিবেদন, প্ৰেমালিঙ্গন, এইবিলাক সাধাৰণ কথা। আমাৰ দিনৰ দৰে কাৰো হাতৰ পৰা গোপালী, সোণপাহী সাৰি নাযায়। আমাৰ দিনৰ দৰে গধূলি হোৱাৰ আগতে ছোৱালী ঘৰ সোমাব লাগিব বুলি কোনো ধৰা বন্ধা নিয়ম নাই— নিজৰ ইচ্ছামতে কাম। ঘৰত থকা সময়খিনিতো নিজক লৈয়ে ব্যস্ত থাকে—মিটিৰ কুটুম্ব, বংশ পৰিয়াল কাকো চিনি পাব নিবিচাৰে। নিজৰ কোঠালিত, অসমীয়া আধুনীক গীত, বনগীত, বিহুগীতৰ সলনি হুলস্থুলীয়া ইংৰাজী 'পপছং'। যিবিলাক শুনিলে আমাৰ দৰে বুঢ়া মানুহৰ মূৰ গৰম হৈ যায়— ৰাস্তাই ঘাটে অলপমান বাহিৰ ওলাও বুলিলেও ভয় লাগে—ইমান যে গাড়ী, মটৰচাইকেল। সকলোতকৈ ভয় লাগে-ডকা গাভৰুৰ হাতৰ 'মটৰ চাইকেল' কেইখনলৈ। আমাৰ গাৰ কাষেৰে ইমান জোৰেৰে সেই কেইখন চলাই যায় । সেই কেইখনে ক'ৰবাত খুন্দিয়াই মাৰে বুলিহে ভয় লাগে। ভয়ৰ অন্য কাৰণ নাই—আমি এতিয়া মৰাৰ বয়স হৈছে। আৰু কিছুদিন জীয়াই থাকি সংসাৰৰ নতুন ৰহস্য চাবলৈ আমাৰ মন নাই। কিন্তু, সিহঁতৰ মটৰ চাইকেলৰ খুন্দাত মৰিলে যে সিহঁত জগৰীয়া হব। আমি জীয়াই থকা দিনকেইটা যেন সিহঁতক সকলোবিলাক জগৰৰপৰা বচাই ৰাখিব পাৰো এয়াই আমাৰ কামনা। ❐

# তিৰ্যক

বোৱাৰীয়ে মোঁক একেবাৰে সহজভাৱে কথাষাৰ ক'লে যদিও মোৰ অন্তৰত লাগিল। লক্ষ্মী যেন বোৱাৰী মোৰ। একমাত্ৰ পুত্ৰৰ একমাত্ৰ বোৱাৰী। তেওঁ হ'ল বুলিনো আৰু কিমান কাম কৰিব। ৰাতিপুৱাৰেপৰা আহৰিয়েই নাপায়, ৰাতিপুৱা পাঁচবজাতে বিছনাৰপৰা উঠে। ঘৰ মোচা, সৰা আদি কৰি আটাইখিনি যাৱতীয় কাম—মানে আমাৰ বয়সৰ মানুহৰ ভাষাত 'বাহিবন' খিনি কৰি অতাইহে খোৱা বোৱা কামত লাগে। ল'ৰা ছোৱালীৰ টিফিনৰ পৰা আদি কৰি বিধে বিধে বনাব লাগে। আমাৰ দৰে বুঢ়া শাহু-শহুৰ থাকিলেতো আৰু বিপদ, কি ৰান্ধিব! মাছ অকণমান নহ'লে ভাত পেটলৈ নাযায়। গতিকে বোৱাৰীয়ে এবাৰ বাটলৈ মাছ বেপাৰী চোৱা, এবাৰ ঘড়ীটোলৈ চোৱা, এবাৰ কেৰাহীৰ ভাজিখন ধৰিলে নেকি চোৱা। এইবিলাকৰ উপৰিও—স্বামী দেৱতাৰ চিঞৰ—'মোৰ গেঞ্জি ক'ত?' মোজযোৰ ক'ত থৈছা? ৰুমালখন বিচাৰি পোৱা নাই ইত্যাদি ইত্যাদি.................

ল'ৰাটোৱে চিঞৰিব——"মা" 'টিফিন' ৰেদি হ'লনে "?

ছোৱালীজনীয়ে চিঞৰিব—— 'মা' চুলিখিনি আচুৰি দিয়ানা, দেৰি হব!

এজনী মানুহ কিমান ফালে দৌৰিব!—তাতে যদি আকৌ মাছ বেপাৰীটোৱে দৰ দাম কৰাত পলম কৰে তেওঁ বাৰু কেনেকৈ চম্ভালিব! সেয়েহে তেওঁ মোক কৈ থৈ ৰান্ধনী ঘৰলৈ দৌৰ মাৰিলে।

"দেউতা; মাছবেপাৰীটোৰ লগত কথা পাতকচোন, সি চলিহা ঘৰৰ বনকৰা ল'ৰাটো পাই মোক পাট্টাই দিয়া নাই"——

'চলিহা' মানে আমাৰ ওচৰ চুবুৰীয়া। ডাঙৰ ব্যৱসায়ী। তিনিমহলীয়া ঘৰটো একেবাৰে ৰাস্তালৈকে বনাইছে। গতিকে তেওঁলোকৰ ঘৰত মাছ বেপাৰী বৈ মাছ বেচিবলৈ ঠাইৰ অভাৱ। গতিকে সি আমাৰ আগফালৰ ডাঙৰ চোতালখনতে বৈ ওচৰৰ আটাইকেইঘৰকে মাছ বেচে। প্ৰথমে সি আমাৰ হে পুৰণা মাছ বেপাৰী আছিল, বাকীকেইজনক মইহে চিনাকী কৰি দিছিলো। কাৰণ, তেওঁলোক নতুনকৈহে এই ঠাইলৈ আহি মাটি কিনি ঘৰ সাজিছে। আমি কিন্তু এইখন ঠাইৰ পুৰণা বাসিন্দা। গতিকে 'আসাম টাইপ'ৰ পুৰণা ঘৰ। আগফাল, পাছফাল, বুলি দুখন ডাঙৰ ডাঙৰ চোতাল। পদুলিমুখতো যথেষ্ট ঠাই আছে। আগতে আমি সম্ভ্ৰান্ত মানুহৰ শাৰীতেই পৰিছিলো—আজিকালি পিছে নতুনকৈ বহুত সম্ভ্ৰান্ত মানুহৰ জন্ম হল—বহুত দুমহলীয়া, তিনিমহলীয়া ঘৰৰ উৎপত্তি হ'ল—গতিকে আমাৰ ঘৰটো আৰু মানুহখিনি তলত পৰি গলো। আমাৰ চুবুৰীটোৰ ভিতৰত সকলোতকৈ আগতে কিনা 'মাৰ্ক-২' এম্বেচেদৰ গাড়ীখন এতিয়া সকলোৰে হঁহা হ'ল—কিন্তু; আমাৰ ঘৰৰ চোতালত মাছ বেপাৰী বৈ মাছ বেচিব পৰা ঠাই এতিয়াও আছে। আজিও সি আমাৰ চোতালতে বৈ মাছ বেচিছে—চলিহা ঘৰৰ বনকৰা ল'ৰাটো-ধনীৰাম, সি মাছ বেপাৰীটোৰ লগত বাৰে-বাংকৰা কথা পাতি, হাঁহি খিকিন্দালি কৰি বেপাৰীটোৱে যি দাম কলে সেই দামকে দি ডাঙৰ ৰৌ মাছটো কিনি নিলে। বেপাৰীটোৱে হাঁহি মুখেৰে পইছাকেইটা লৈ গুচি গ'ল—সি মোলৈ কেৰাহিকৈয়ে নাচালে। অথচ—সি আজি কিমান দিনৰ মোৰ পুৰণা মাছ বেপাৰী—আমি কিন্তু তাৰপৰা ধনীৰামৰ ষ্টাইলত মাছ নলও—আমি বজাৰৰ দামৰ লগত তাৰ দামৰ তাৰতম্যৰ বুজ লওঁ। তাৰ পিছত দৰ দাম কৰি মাছ কিনো। তাৰ লোকচান হবলৈকো নিদিওঁ—কাৰণ, সি ওটো নিজৰ পৰিয়ালটো পোহপাল দিবলৈকে বেপাৰ কৰিছে। দামে দৰে নিমিলিলে—মাছ নাখাওঁ, অৱশ্যে সদায় বহুত ডাঙৰ মাছ এটা নললেও সৰু-সুৰা অকণমান প্ৰায়েই ৰখা হয়। আমি প্ৰায়েই ৰখা অকণমান মাছৰ লাভৰ পৰিমাণৰ তুলনাত—ধনীৰামে দৰদাম নকৰাকৈ ৰখা চাৰে চাৰি কেজি ডাঙৰ মাছটোৰ লাভৰ পৰিমাণ যথেষ্ট বেছি—সেয়েহে সি মোৰ নিচিনা ইমান পুৰণা গ্ৰাহকজনক পাহৰি গ'ল। যোৱা ৰবিবাৰে ধনীৰামে বোৱাৰীক কৈ যোৱাৰ দৰে এষাৰ কথাও নক'লে—

যোৱা ৰবিবাৰৰ ঘটনাটো এনে ধৰণৰ—বহুত দিন চিতল মাছৰ কলঠি খোৱা নাই বাবে বোৱাৰীয়ে আমাৰ বুঢ়া-বুঢ়ী হালক চিতল মাছৰ কলঠি খুওৱাৰ মনেৰে-

চাৰি কেজি ওজনৰ চিতল মাছটো দৰদাম কৰি থাকোঁতেই ধনীৰাম আহি ওলাল--গতিকে দুয়োঘৰে মাছটো ভাগ কৰি লোৱাটোকে ঠিক কৰি ধনীৰাম আৰু বেপাৰী দুয়োকে সমানে দুভাগ কৰিবলৈ কৈ বোৱাৰী ভিতৰলৈ আহিল। মাছটো কাটোতে কিছুসময় লাগিব ভাবি তেওঁ বেলেগ কামত ধৰিলে। সময়ত পইচা হাতত লৈ মাছ আনিবলৈ যাওঁতে ধনীৰামে কোৱা কথাষাৰ শুনিও মোৰ বৰ আঘাত লাগিছিল---"বাইদেউ--আমাৰ ঘৰত আলহী আহিব কাৰণে আমি গোটেই মাছটোকে ৰাখি দিলো দেই"।

কিন্তু; আমি এই সৰু সৰু কথাবিলাকৰ বাবে কাক দোষাৰোপ কৰিম বাৰু! ধনীৰামক? মাছ বেপাৰীটোক? নে স্বনামধন্য চহিলাহদেৱক?---উহু---আমি কাকোৱেই দুষিব নোৱাৰো—একেবাৰে সৰু সৰু কথাবিলাকত পোৱা ডাঙৰ ডাঙৰ আঘাতবিলাক জোকাৰি থৈ পিছদিনা আকৌ বেপাৰীটোৰ পৰা মাছ কিনিবলৈ ঠিক কৰিলো। ❒

卍 卍 卍

# আক্ষেপ

ইমান জোৰেৰে বৰষুণ জাক পৰিছে। এইকেইদিন একেৰাহে বৰষুণ। সোনকালে এৰাৰ আশা নাই। এইদৰে একেৰাহে বৰষুণ দি থাকিলে মনবোৰ সেমেকি যায়। শোৱা ৰুমৰ খিৰিকিৰে চাই চাই মনলিছাৰ মনটোও সেমেকি উঠিল। পানী আকৌ বাঢ়িল। প্ৰকাশ কৰিব নোৱাৰা এক বেদনাই তাইৰ মনটো আগুৰি ধৰিলে। নিজৰ সৰু গাঁওখনলৈ তাইৰ মনত পৰিল। বছৰে বছৰে বানে জুৰুলা কৰা তাইৰ গাঁওখন, মাক-দেউতাক আৰু ককায়েকলৈ। দেউতাই বা মাটি কেইবিঘা ৰুব পাৰিলে নে নাই! এইবাৰ খাবলৈ আটিবনে চাঁগে। ঘৰত পানী সোমালে মাৰ বৰ কষ্ট হ'ব ককাইদেউৰো বিয়া পতাৰ বয়স হৈছে। দেউতাই কৈছিল-- চাকৰি পালেই বিয়া পাতিব, এতিয়াবা কি কৰিছে।" মা দেউতা আৰু গাঁওখন নেদেখা বহুত দিনেই হ'ল। ককাইদেউ অৱশ্যে আহি থাকে তথাপি তাক ঘৰুৱা কথা সোধাৰ সুবিধা নাপাওঁ। অতি বেছি দহমিনিট মান সময়ৰ বাবে আহে আৰু ভাল বেয়া খবৰ লৈ চকু কেইটা চলচলীয়া কৰি গুচি যায়.....।

"মালিতা মানে মনালিছা চৌধুৰী। এইখন আধুনিক চহৰৰ অত্যাধুনিক পৰিয়ালৰ বোৱাৰী, সম্ভ্ৰান্ত আৰু চহকী পৰিয়াল। চহৰৰ লেখত ল'বলগা স্বনাম ধন্য এম. এল এ ঋষিকেশ চৌধুৰীৰ একমাত্ৰ বোৱাৰী মনালিছা চৌধুৰী।

মায়াং তাহানিৰ যাদু মন্ত্ৰৰ বাবে বিখ্যাত গাঁও। মানুহক বাঘ বনাব পৰা মন্ত্ৰ, শুনিলে গাৰ নোম শিয়ৰি উঠা কাহিনী। এতিয়া অৱশ্যে সেইবিলাক নাই। যাদু মন্ত্ৰ আদিও লোপ পালে। পুৰণি দিনৰ সামাজিক ব্যৱস্থা নিয়ম নীতি সকলো বিলাকতে পৰিবৰ্তন হৈছে। সেইখন গাঁৱৰে মধ্যবিত্ত পৰিয়ালৰ বৰ মৰমৰ ৰূপহী ছোৱালী মনালিছা মানে মালিতা ডেকা মাক বাপেক আৰু ককায়েকৰ সৈতে

মালিতাহঁতৰ এটি সৰু সুখৰ পৰিয়াল। গাঁও হ'লেও মায়ঙতো এতিয়া টাউনৰ বতাহ লাগিছে— কৃষ্ণকান্ত হেডমাষ্টৰৰ ছোৱালী পদ্ম কেৰাণীৰ পুতেকহঁতেও পৰেশিকা পৰীক্ষাত ভাল ৰিজাল্ট কৰি এইখন গুৱাহাটী চহৰতে পঢ়িবলৈ আহিছে। পদ্ম কেৰাণীৰ পুতেকে ডাক্তৰীতো ছীট পালে। তাৰোপৰি সেইখন গাঁৱৰে মণিক মৌজাদাৰ আৰু নিবাৰণ ঠিকাদাৰৰ পুতেকহঁতো পঢ়াৰ নামত দিল্লী পালেগৈ। অৱশ্যে তেওঁলোকে ৰিজাল্ট ভাল কৰি দিল্লী পোৱাগৈ নাই, টকাৰ জোৰতহে গৈছে আৰু লগে লগে কঢ়িয়াই নিছে সাজ পাৰৰ আধুনিকতা মুখত দুই এটা ইংৰাজী শব্দ আৰু বহুত কিবা কিবি......।

প্ৰৱেশিকা পৰীক্ষাত প্ৰথম বিভাগত দুটা বিষয়ত লেটাৰ লৈ পাছ কৰিলে মালিতীয়ো। বাপেকে বৰ সুখ পালে। মলিতা পঢ়া স্কুলখনৰে কেৰাণী আছিল তেওঁ, তেওঁৰ ইচ্ছা পঢ়াই শুনাই সেইখন স্কুলৰে মাষ্টৰণী কৰিব মালিতাক। তাতোকৈ বেছি ভাবিব পৰা ক্ষমতা তেওঁৰ নাই।

মাক দেউতাকৰ বহুত আশীৰ্বাদ শিৰত লৈ মালিতা আহিল চহৰত পঢ়িবলৈ সন্দিকৈ ছোৱালী কলেজত উচ্চতৰ মাধ্যমিকৰ প্ৰথম বৰ্ষত নাম লগালে। হোষ্টেলটো ছীট পালে। আৰম্ভ হ'ল মালিতাৰ কলেজীয়া জীৱনৰ। প্ৰথম দুবছৰ মালিতাই বৰ কষ্টত কটালে। লগৰ ছোৱালীৰ কথা বতৰা, সাজ-পোছাক থকা মেলাৰ লগত তাই নিজকে খাপ খুৱাবলৈ বৰ টান পালে। কিন্তু কাৰো কথাৰেই কোনো প্ৰতিবাদ নকৰাকৈ সময়খিনি পাৰ কৰি যোৱাৰ প্ৰতিশ্ৰুতি লৈ মালিতাই কেৱল কলেজ আৰু হোষ্টেল অহা যোৱা কৰি H.S.Final ৰ কাৰণে তাই উঠি পৰি লাগিল। সময়ত পৰীক্ষা শেষ কৰি তাই ঘৰলৈ গ'ল।

গাঁৱৰ ঘৰলৈ গৈহে মালিতাৰ মনটো মুকলি লাগিল। বহুত দিনৰ মূৰত যেন তাই শান্তিৰে উশাহ লব পাৰিছে। ইঘৰ সিঘৰ ফুৰিবলৈ গৈছে। স্কুলৰ বান্ধৱী মালতীৰ তালৈকো যাওঁ বুলি গ'ল। মালতীহঁতৰ চুবাটো অলপ দূৰত। সিহঁতৰ ঘৰলৈ যাওঁতে পদ্ম কেৰাণীৰ ঘৰটোও পাৰ হৈ যাব লাগে। তেওঁলোকৰ পদূলি মুখ পাওঁতেই পদ্ম কেৰাণীৰ পুতেক ৰমণীক লগ পালে। সি মেডিকেলৰ চতুৰ্থ বৰ্ষৰ পৰীক্ষা দি ঘৰতে আছেহি। মাত দিলে মালিতাক কেতিয়া আহিলা মালিতা?

মালিতাই থৎমৎ খালে— কাৰণ ৰমণীয়ে কোনো দিনেই তাইক তুমি বুলি মতা নাই— তাইৰ লাজ লাগি গ'ল। কোনোমতেহে উত্তৰ দিব পাৰিলে। বহুত

কথা সুধিলে ৰমণীয়ে. পৰীক্ষা কেনে হ'ল? হোষ্টেল কেনে লাগিছে, লগৰ ছোৱালীৰ লগতে মিলামিছা কৰিছানে নাই? তুমি আগতকৈ বেলেগ হ'লা ইত্যাদি। মালিতাই ৰমণীক যথাযথ উত্তৰ দি মালতীহঁতৰ ঘৰলৈ বুলি খোজ ল'লে। মালতীহঁতৰ ঘৰ পোৱালৈকে তাই কেৱল ৰমণীৰ কথাকেই ভাবি গৈছিল। ৰমণী ককাইদেউ আগতকৈ বেলেগ হ'ল। ৰমণী ককাইদেউক আজি বাৰু তাই কিয় ইমান ভাল লাগিছে— নিজকে প্ৰশ্ন কৰিলে মালিতাই।

ঘৰলৈ উভতি আহিও মালিতাৰ ৰমণীলৈ মনত পৰি থাকিল। মনতে বেয়াও পালে। তাই বাৰু কিয় এবাৰো ৰমণীক সিহঁতৰ ঘৰলৈ নামাতিলে।

এমাহ পাৰ হ'ল। ৰমণীৰ কথা মালিতাই লাহে লাহে পাহৰি আহিছে। মালিতাৰ দেউতাক স্কুলৰ পৰা আহি মালিতাক মাতি ভালকৈ চাহ কৰিবলৈ ক'লে আৰু ক'লে যে তেওঁ হেনো ৰমণীক চাহ খাবলৈ মাতি আহিছে। গাঁৱৰ ল'ৰা, ডাক্তৰ হ'ব, গৌৰৱৰ কথা। আহিলে ভালকৈ চাহ জলপান খুৱাবি'........... ৰমণীৰ নাম শুনি কিয় জানো মালিতাৰ গাটো কিবাখন লাগি গ'ল। কামত মন বহাবই পৰা নাই। পদূলিলৈ বাৰে বাৰে চকু গৈছে। আইনাত নিজৰ মুখখন ঘনে ঘনে চাবলৈ মন গৈছে। নিজেই ক'ব পৰা নাই তাইৰ কি হৈছে। এনেতে পদূলিত ৰমণীক্ দেখিলে। ভিতৰলৈ মাতি আনি বহিবলৈ দিলে। দেউতাকে পঢ়া শুনাৰ কথা পাতিলে। মালিতাই ভালকৈ চাহ জলপান খুৱালে। মালিতা কিন্তু সহজ হ'ব পৰা নাই লাজ লাগিছে তাইৰ। একো কথাকেই সুধিব নোৱাৰিলে তাই। ৰমণীয়েহে কৈ গ'ল। - "মই অহা সপ্তাহত যামগৈ তোমাক হোষ্টেলত এইবাৰ লগ ধৰিম কিন্তু !' ৰমণী গ'লগৈ । মালিতাৰ মনটো সেমেকি উঠিল............

সময় পাৰ হ'ল H.S Final পৰীক্ষাৰ ৰিজাল্ট দিলে। মালিতা প্ৰথম বিভাগত পাছ কৰিছে। ঘৰৰ সকলোৱে বৰ সন্তোষ পালে ৰিজাল্টৰ আনন্দত মালিতাৰ ৰমণীলৈ বৰ মনত পৰিল.......। ৰিজাল্টৰ এসপ্তাহৰ পিছত মালিতালৈ এখন চিঠি আহিল। খুলি চাই মালিতা আচৰিত হ'ল। গুলপীয়া ৰঙৰ কাগজৰ মাজতে লিখিছে—

মালিতা-

'Congratulation'

তোমাৰ ৰমণীদা—

মালিতা যেন বলিয়া  হৈ যাব। ইমান ভাল লাগিছে তাইৰ। সেই এক আষাৰ ৰমণীদাৰ কথাতেই তাই যেন বহুত কিবা কিবি বিচাৰি পাইছে। ৰমণী ককাইদেউ নহয় ৰমণীদা। তাইৰ অন্তৰখন ভৰি গ'ল। এয়া যেন তাইৰ জীৱনৰ প্ৰেমৰ প্ৰথম উন্মাদনা। ৰমণীক লৈ তাই বহুত কল্পনা কৰিলে।

মালিতা পুনৰ হোষ্টেল পালেগৈ। B.A. Classৰ ছাত্ৰী হৈ। পুনৰ পঢ়া শুনাত ব্যস্ত হৈ পৰিল মালিতা- দুমাহ পাৰ হ'ল-- এদিন হঠাৎ H.S.1st Yearৰ ছোৱালী এজনীয়ে খবৰ দিলেহি-- "মালিতা বাক কোনোবাই লগ ধৰিব আহিছে'। মালিতা দৌৰ মাৰিলে গেটৰ মুখলৈ। ৰমণীত দেখা পাই তাইৰ লাজ লাগি গ'ল। চকলেটৰ পেকেট এটা হাতত দি ৰমণীয়ে দুই এটা কথা সুধিলে। মালিতাই কেৱল উত্তৰহে দি গ'ল। কথাৰ মাজতে সি সুধিলে অলপ ওলাই যাবা নেকি? মালিতাই কি ভাবি নাপালে। অপ্ৰস্তুত হৈ কেৱল ৰমণীৰ মুখলৈ চাই ৰ'ল। ৰমণীয়ে  বুজি পালে, নিজে নিজেই কৈ উঠিল-- "ঠিক আছে বাৰু বেলেগ এদিন যাম। এইবাৰ মালিতাই নিজকে চম্ভালিব নোৱাৰা হ'ল। তাইৰ জীৱনলৈ প্ৰেমৰ আগমন হ'ল। ওঠৰটা বছৰ উকা হৈ কটোৱাৰ পিছত সংগোপনে মালিতাৰ জীৱনলৈ প্ৰেম আহিল ৰণমীক তাই ভাল পাই পেলাইছে।

হয়তো ৰমণীও সেয়েহে এসপ্তাহ পিছতেই মালিতাক আকৌ লগ ধৰিবলৈ আহিল ৰমণী। দুয়ো ফুৰিবলৈ ওলাই গ'ল। বহুত কিবা কিবি কথা পাতিলে। কথাৰ মাজতে ৰমণীয়ে কৈ পেলালে-- ইমান সোনকালে তোমাক লগ ধৰাৰ কাৰণে বেয়া পালা নেকি? তোমালৈ মনত পৰি থকা হ'ল। সেইবাবে........।" মালিতা যেন আনন্দত চিঞৰি দিব, কিন্তু নোৱাৰিলে। তাই কথা ক'বও নোৱাৰিলে। চিঞৰিবও নোৱাৰিলে। কেৱল ৰমণীৰ মুখলৈ একেথৰে চাই থাকিল। সন্ধ্যা হোষ্টেলৰ গেটৰ মুখত মালিতাক থৈ আহিবৰ সময়ত ৰমণীয়ে মালিতাক অতি সোনকালে এটা খুউব ডাঙৰ কথা কম বুলি কৈ বিদায় ল'লে।

ৰমণীয়ে সেইখিনি কোৱাৰ সুবিধা আৰু নাপালে। মালিতায়ো সেইখিনি শুনাৰ সুৰঙা উলিয়াব নোৱাৰিলে। কোৱা আৰু শুনাৰ দুকুৰা জুই বুকুত বান্ধি দুয়ো জীয়াই থাকিল-- মালিতা হৈ পৰিল মনালিছা চৌধুৰী। আৰু ৰমণীদাৰ বিষয়েও জনাৰ সুবিধা আৰু তাই নাপালে।

ৰমণীক লগ পোৱাৰ তিনিদিন পিছত মালিতাৰ ৰুমমেত অলকানন্দাৰ

জন্ম দিন। দিল্লীত পঢ়ি থকা অলকানন্দা হঠাৎ দিল্লী এৰি গুৱাহাটী পালেহি। অলকানন্দাৰ চহৰতে ঘৰ যদিও হোষ্টেলত থাকে। ঘৰৰ সৰু ছোৱালী। মাক - দেউতাক-দাদাক বায়েকৰ আলাসৰ লাডু, চকুৰ মণি। অলপো ইচ্ছা নাছিল যদিও অলকাৰ বহুত অনুৰোধ বাবে মালিতা অললকাইঁতৰ ঘৰলৈ যাবলৈ বাধ্য হ'ল।

মালিতাৰ জীৱনৰ প্ৰথম অভিজ্ঞতা অলকানন্দা যেন নন্দন কাননতহে থাকে। ইমান সুন্দৰ ঘৰ, প্ৰতিটো ৰুমতে জন্মদিনৰ জাকজমতকা, বিভিন্ন ধৰণৰ সাজ পোছাকৰে কিমান যে মানুহ সকলোৱে অলকাক জন্ম দিনৰ অভিনন্দন আৰু উপহাৰ দি মৰম কৰিছে। মালিতাৰ কিবা সপোন সপোন যেন লাগিছে, তাই অলপো সহজ হব পৰা নাই। তাইৰ লগতো অলকাৰ বান্ধৱী বুলি বহুতো চিনাকি হৈছে-- মাক দেউতাকে তাইক বৰ মৰম কৰিছে। কিন্তু অলকাৰ অপু দাদাকক মানে অনিমেশ চৌধুৰীক তাইৰ অলপো ভাল লগা নাই। তাইৰ লগত চিনাকি হৈছে। কথা পাতিছে। অলপ চঞ্চল যেন লাগে। দেখিবলৈ কিন্তু অসম্ভৱ ধুনীয়া। তাই ভাবিছে ইমান ধুনীয়া অপুদাদটো যদি ৰমণী দাদাৰ দৰে গহীন হ'লহেতেন..........। ৰাতি প্ৰায় ১২ বজালৈকে জন্মদিনৰ উখল মাখল চলিয়েই থাকিল। গতিকে মালিতাই হোষ্টেললৈ ঘূৰি অহাৰ কথাউলিয়াবই নোৱাৰিলে। ৰাতিটো অলকাইঁতৰ ঘৰতে থাকিল। ৰাতিপুৱাহে অহাৰ বাবে সাজু হ'ল মালিতা, কিন্তু কোনেও তাইক আহিব নিদিলে। আবেলি অপুদাদাকে মালিতাক অকলে হোষ্টেলত থৈ গলহি। অপুয়ে গাড়ী চলালে। মলিতা আগৰ ছীটত বহিবলৈ অমান্তি হৈছিল-- যদিও অপুয়ে জোৰ কৰি কাষতে বহাই ল'লে। বাটত অপুৰ বহু কথা--

তোমাৰ বাৰু মোক কেনে লাগিছে?

তুমি কিন্তু সঁচাকৈ বৰ ধুনীয়া।

মই তোমাক মাজে মাজে খবৰ লবলৈ আহিম? তোমাক বহুত কথা ক'ম।

অলকাক খবৰ লবলৈ আহোঁতে তোমাক এদিনো দেখা নাই কিয়? ইত্যাদি।

কথা কৈ কৈ কেতিয়া হোষ্টেলৰ ওচৰ পালেহি অপুয়ে গমেই নাপালে। মালিতাই ৰ'বলৈ কোৱাতহে গম পালে। তাই মাত লগাই নামিব খোজোতেই অপুয়ে তাইৰ হাতখনত এটা চুমা খাই দিলে। মালিতা আচৰিত হ'ল যদিও একো ক'ব নোৱাৰিলে। লৰালৰিকৈ হোষ্টেলৰ গেটেৰে ভিতৰলৈ সোমাই গ'ল।

অপু গুচি আহিল। সি সঁচাকৈ মালিতাক ভাল পাই পেলাইছে। পিছদিনা অলকাক থবলৈ অহাৰ ছলেৰে আকৌ মালিতাক লগ ধৰিলে। এইদৰে সদায় অপুৱে মালিতাক লগ ধৰিবলৈ অহা হ'ল। মালিতাৰ কিন্তু অলপো ভাল লগা নাই। দাদাক অহাৰ লগে লগে অলকায়ো জোৰ কৰি মালিতাক দাদাকৰ ওচৰলৈ লৈ যায়। সদায় ক্লাছ শেষ কৰি হোষ্টেল পোৱাৰ লগে লগে অপু আহি হাজিৰ হয়হি। কেতিয়াবা চিনেমা চোৱাৰ প্ৰগ্ৰেম, কেতিয়াবা হোটেলত খোৱাৰ, অলপ ফুৰাৰ। এই ধৰণে অপু মালিতাৰ ওচৰ চাপি গ'ল। মালিতাৰো উপায় নোহোৱা হ'ল। অপুৰ পৰা অকণমানো আজৰি নোপোৱা হ'ল। ৰমণীক লগ পোৱাৰ সময় সুবিধা ক'ত? লিখাৰ সাহসখিনিও গোটাব পৰা নাই। ৰমণীয়ে কিজানি তাইক ভাল পোৱাই নাই!" ইত্যাদি ইত্যাদি.........

অলকাৰ মাক দেউতাকৰ মালিতাক পছন্দ হ'ল। গতিকে অলপো পলম নকৰাকৈ মালিতাহঁতৰ গাঁৱৰ ঘৰলৈ গৈ সকলো কথা বতৰা কৈ ছোৱালী খোজা মেলাৰ দিহা কৰিলে। মালিতাৰ মাক দেউতাকেও মালিতাৰ ভাগ্য দেখি নিজকে ধন্য মানিলে। বিয়া দিবলৈ সন্মত হ'ল। দিন বাৰ চাই অতি সোনকালে বিয়াৰ যো-জা কৰিলে।

মায়ং গাঁও ৰজনজনাই গ'ল। ইফালে চহৰতো দুই এঘৰৰ চকু পৰিল। ইমান ধনী মানুহ, বাহিৰত পঢ়ি অহা চাহাব যেন ল'ৰা সেই গাঁৱৰ ছোৱালীজনীহে পালেনে?

সিহঁতৰ সুকলমে বিয়া হৈ গ'ল। আৰম্ভ হ'ল মালিতাৰ জীৱন, কোনো দিন কল্পনা নকৰা মধুৰ জীৱন। কি পোৱা নাই বাৰু। ইমান মৰম ইমান ভালপোৱা। কেনেকৈ সহ্য কৰিব বাৰু মালিতাই....?

প্ৰথম নিশাই অপুয়ে বুকুৰ মাজত সুমুৱাই মালিতাক মনালিছা সজালে। মনালিছা চৌধুৰী ঘৰৰ সকলোৱে তেওঁক 'মিতা' বুলিয়েই মাতিব।

বিয়াৰ অসপ্তাহ পিছতেই সিহঁত বাহিৰলৈ ফুৰিবলৈ গ'ল। বহুত ঠাই ফুৰিলে বহুত কিবাকিবি দেখিলে নতুন নতুন পৰিবেশত বহুতো নতুন অভিজ্ঞতাৰে তেওঁলোক ঘৰলৈ উভতি আহিল। ঘৰতো কইনা চোৱা মানুহ ভৰি পৰিল। সকলোৱে সাজ পোছাকত আভিজাত্যৰ চিন বিবিধ ধৰণৰ বিলাসিতা আৰু সেইদৰে মালিতাৰ প্ৰতি দিয়া মন্তব্যও বিবিধ ধৰণৰ—

বোৱাৰী সঁচাকৈ ধুনীয়া........। আজিৰ দিনতো ওৰণী লৈ থাকেনে। ষ্টাইল কৰিলে ভাল লাগিলহেঁতেন.....। ইত্যাদি।

দিনবোৰ পাৰ হ'ল, মালিতাও পুৰণা হ'ল। অপুৱেও নিজৰ ব্যৱসায়ত চকু দিলে। অলকাও হোষ্টেলত পঢ়াত ব্যস্ত। পৰীক্ষা পালেহি। ঘৰলৈ আহি বৌয়েকৰ খবৰ লোৱাৰ আহৰি নাই। শাহুয়েকে প্ৰায়েই বৰজীয়েক সুনন্দাৰ ঘৰত থাকে। ডাঙৰ জোঁৱাই ভিতৰুৱা গাঁও এখনৰ দুখীয়া মাক বাপেকৰ একমাত্ৰ ল'ৰা আৰু চাৰিজনী ভনীয়েকৰ একমাত্ৰ ককায়েক। সুনন্দাক বিয়া কৰোৱাৰ পিছতেই তেওঁ মাক বাপেক ভনীয়েকহঁতক পাহৰি গ'ল। নতুন সংসাৰত নতুন মাক বাপেক আৰু আধুনিক পৰিৱেশত জীয়াই থাকিল।

ইতিমধ্যে অলকাও B.A. পৰীক্ষা দি ঘৰ পালেহি। জীৱনটো সাংঘাটিক ধৰণে উপভোগ কৰাত ব্যস্ত। ফুৰা চকা, বন্ধু-বান্ধৱ, পাৰ্টি-ফাংচন, চিনেমা এইবিলাক লৈয়েই ব্যস্ত। মালিতাৰ উপস্থিতি কোনোদিনে অনুভৱেই নকৰে। অৱশ্যে সুবিধা পালেই তাইৰ আগত গাঁও আৰু টাউনৰ পাৰ্থক্যৰ ওপৰত লম্বা ভাষণ দি মালিতাৰ মনত আঘাত কৰে।

লাহে লাহে মালিতাই নিজকে অকলশৰীয়া অনুভৱ কৰিবলৈ ললে কাম বন একো নাই। ৰন্ধা বঢ়াৰ পৰা সকলো কাম কৰা বেলেগ বেলেগ মানুহ আছে। কিন্তু সকলোকে মালিতাই খাবলৈ দিয়ে। শাহুয়েকেই হওক বা অপুয়েই হওক কাম কৰা মানুহে খাবলৈ দিলে ভাল নাপায়। সেয়েহে বিয়াৰ পিছতেই সেই দায়িত্ব শাহুয়েকে মালিতাক দিলে। মালিতায়ো বৰ আনন্দ পালে। সকলোকে বৰ মৰমেৰে খাবলৈ দিয়ে। প্ৰথমে তাই একোৱেই ভবা নাছিল। কিন্তু লাহে লাহে মালিতাৰ বেয়া লগা হ'ল। সকলোৱে খাই বৈ উঠি যায় অথচ মালিতাই খালে নে নাই কোনেও খবৰেই নলয়। আনকি গিৰিয়েকেও............ অৱশ্যে মালিতাই কথাটো বৰ চিৰিয়াছলি নলয়। তথাপি মাজে সময়ে তাইৰ মনটো বৰ বেয়া লাগে। অকলশৰীয়া অনুভৱ কৰে। অকল অনুভৱ কৰাই নহয় তাই সঁচাকৈ অকলশৰীয়া হৈ পৰিছে। কথা বতৰা পতাৰ বাবেও কেৱল ঘৰৰ কাম কৰা মানুহখিনি। শহুয়েক জীয়েকহঁতক লৈয়ে ব্যস্ত। আপু ব্যৱসায়ৰ লেঠাত ৰাতি বাৰটা, এটা বজাতহে ঘৰ সোমায়হি। আলহী দুলহিও বৰ কম। যি দুই এগৰাকী আহেও সেইবিলাকৰ লগত তেওঁ মিলিব নোৱাৰে, মাজে মাজে সিহঁতৰ ঘৰত

ডাঙৰ ডাঙৰ পাৰ্টি হয়। বহুত ৰাতিলৈকে, সেই পাৰ্টিবিলাকত ঘৰৰ তিৰোতা মানুহখিনি নাথাকে। অৱশ্যে দুই এগৰাকী বাহিৰা তিৰোতা মানুহ ব্যৱসায়িক বন্ধু পাৰ্টি উপভোগ কৰে। অপু এটা দুটা বজাত শুই পৰে। মালিতাই মৰমৰে শুৱাই দিয়ে। কিন্তু ইমান ৰাতিলৈকে উজাগৰে থাকি মালিতাই বাৰু কি বিচাৰিছে? অকণমান মৰমৰ বাবে তাইৰ বুকুৰে হাহাকাৰ কৰি উঠে। বিছনাত চটফটাই থাকি এটা সময়ত তায়ো শুই পৰে।

B.A. পৰীক্ষাৰ ৰিজাল্ট দিলে। অলকাই পাছ কৰিলে । লগে লগে নিজৰ পছন্দৰ ল'ৰাও ঠিক কৰিলে। মুম্বাইত কিবা এটা ডিগ্ৰীলৈ ঘূৰি আহিছে। ডাক্তৰ ল'ৰা অলকাই সকলোকে চিনাকি কৰি দিবলৈ এদিন ল'ৰাক মাতিলে সিহঁতৰ ঘৰলৈ, মালিতাৰ বৰ ভাল লাগিল। চাহৰ যোগাৰ কৰি লৰা অহালৈ বাট চাই থাকিল। ল'ৰা আহিল, কিন্তু মালিতা হতবাক হ'ল। তাই যেন মৰি যাব। অলকাৰ হ'ব লগা দৰা তাইঁৰ অতি মৰমৰ ৰমণীদা!

মালিতাৰ বিয়াৰ প্ৰায় তিনি বছৰেই পাৰ হওঁ হওঁ। ইমান দিন তাই নিজৰ ঘৰলৈ যোৱাই নাই। মাজে মাজে বৰ মনত পৰে। ঘৰলৈ তাইৰ মাক দেউতাকো আহিবলৈ বেয়া পায়। ইমান আকাশ পতাল পাৰ্থক্য এখন ঘৰত বিয়া দি দেউতাকেও মাজে মাজে দুখ কৰে। মালিতাক অৱশ্যে শাহুয়েকহঁতে ঘৰলৈ যাবলৈ মানা নকৰে। কিন্তু তাইৰ লগত কোনো নাযায়। এবাৰ দেউতাৰ অসুখ হোৱা বুলি খবৰ পাওঁতে মালিতাই অপুক লগ ধৰিলে। 'বলক না' এবাৰ দেউতাৰ খবৰ লৈ আহোঁ। আপুৰে বৰ বিৰক্তিৰে উত্তৰ দিলে। সেইবিলাক ঠাইলৈ মোক লগ নধৰিবা। গাড়ী আছে, ড্ৰাইভাৰ আছে, তুমিয়েই খবৰ লৈ আহাগৈ। সেইদিনাৰ পৰা তাই ঘৰলৈ যোৱাৰ কথা নুলিয়ায়েই।

মালিতা অন্তঃ সত্বা হ'ল। তিনি চাৰি মাহলৈ ঘৰৰ কোনেও গমেই নাপালে। গা বেয়া লাগে, বমি হয় কিন্তু এইবিলাক খবৰ ঘৰৰ কাম কৰা মানুহেকেইজনীৰ বাহিৰে কোনেও নাজানে। মালিতাই অকলে অকলে আনন্দত ওফন্দি উঠে। তাই মা হ'ব । মালিতাই অপূক ক'বলৈ কেইবাদিনো চেষ্টা কৰিছে। কিন্তু ক'ব পৰা নাই। ব্যৱসায়ৰ লেঠাত দিনৰ দিনটো ব্যস্ত থাকি ৰাতি আহি ভাগৰত শুই পৰে। মালিতাৰ খবৰ লোৱাৰ অৱকাশেই বা ক'ত। দুই এদিন সুবিধা বুজি মালিতাই আৰম্ভ নকৰাকৈ থকা নাছিল।

'মোৰ আজিকালি গাটো বেয়া লাগি থাকে। মাজে মাজে বমি হয়.....' মালিতাৰ কথা শেষ হ'বলৈ নাপাওঁতেই অপুয়ে খঙেৰে কৈ উঠিল। "আমাৰ ঘৰুৱা ডাক্তৰ দুই জনৰে ফোন নং তোমাক দিছোয়েই। ফোন কৰি দিবা চাই যাবহি।" আৰু কোৱাৰ সাহস নহ'ল তাইৰ।

লাহে লাহে মালিতাৰ দেহত মাতৃত্বৰ চিন সকলোৰে চকুত ধৰা পৰিলে। ঘৰৰ সকলোৰে আনন্দ। অপূৰ ফুৰ্তিত তত নাই। দেউতা হ'বলৈ ওলাইছে। মালিতাক খোৱা বোৱা, ঔষধ পাতি আদিৰ যথেষ্ট যত্ন লোৱা হ'ল। শাহুয়েক অনবৰতেই তাইৰ লগতে লাগি থাকে। কিন্তু মালিতাই যেন বহুত পায়ো কিবা পোৱা নাই।

মালিতাৰ বুকুখন খালী হৈয়ে আছে। মৰম লাগে তাইক, এবুকু সঁচা মৰম- সেই মৰমত ডুবি ডুবি তাই যেন অপুক বহুত কথা কব, অপুৱেও তাইৰ পেটত কাণ থৈ বহুত কথা শুনিব। কিন্তু মালিতাৰ কল্পনাবিলাক কল্পনা হৈ থাকি গ'ল।

সময়ত মালিতা মা হ'ল। অপুৰ মাক-দেউতাকৰো কিমান যে আনন্দ। বংশ ৰক্ষা হ'ল। তেওঁলোকৰ একমাত্ৰ পুত্ৰৰ বৰ নাতি।

অপুৰ বন্ধু, মাক-দেউতাকৰ বন্ধু সকলোৰে ঘৰ ভৰি পৰিল। ল'ৰা জন্ম হোৱাৰ শুভ কামনাৰে কিমান যে খোৱা বোৱা.....মালিতাই অকলে অকলে গৌৰৱ অনুভৱ কৰিলে যদিও অন্তৰৰ কোনোবা এঠাইত শোকে খুন্দা মাৰি ধৰিলে। তাই ইমান ডাঙৰ কাম এটা কৰিলে অথচ তাইক অভিনন্দন জনাওতা কোনো নাই। আনকি অপুয়েও কোনো দিনেই নকলে-- মোক তুমি কিমান ডাঙৰ এটা উপহাৰ দিলা বুলি। ঘৰখনলৈ ইমান এটা আনন্দ কঢ়িয়াই অনাৰ মূলতে কেৱল অপুয়েইটো নহয় মালিতাৰ সহযোগো সমানেই কিন্তু তাই কিয় সমান মৰ্যাদা নাপায়? নিজকে নিজে প্ৰশ্ন কৰে তাই।

আনহাতে মালিতাৰ মাক দেউতাকক খবৰ দিয়াৰ প্ৰয়োজনবোধ ঘৰখনৰ কোনেও নকৰিলে। মালিতাই বৰ আঘাত পালে। কিন্তু প্ৰতিবাদ কৰাৰ সাহস যে তাইৰ নাই।

অপুৰ মাকে বৰ নাতিৰ নাম ৰাখিলে সোণমণি অজস্ৰ মৰম, আটাইৰে যত্নত সোণমণি বৰ সোনকালে ডাঙৰ হ'বলৈ ধৰিলে। আইতাক অনবৰতে তাক লৈয়ে ব্যস্ত থাকে। মালিতাই কেৱল খুৱাই দিয়ে, বাকী পিন্ধা-উৰা, ফুৰা-চকা,

খেলা-ধূলা সকলোবিলাক আইতাক আৰু দেউতাকৰ লগতেই কৰে। সেইবাবেই হয়তো সোণমণিয়েও মাকক নিবিচাৰে। সাধাৰণতে সৰু ল'ৰা-ছোৱালীৰে মাকৰ ওচৰত কৰা সকলো অভিমান, ঠেহ, পেচ, মৰম আইতাককেই কৰিব ধৰিলে। লাহে লাহে সোণ তিনি বছৰত ভৰি দিলেহি স্কুললৈ যাব আৰম্ভ কৰিছে আৰু লগে লগে মাকৰ প্ৰতিও তাৰ ব্যৱহাৰ পাতিও বেয়া হৈ আহিল। কথাই প্ৰতি মাকক 'মা তুমি একো নাজানা' ঘৰৰ কাম কৰা মানুহৰ প্ৰতি যি ব্যৱহাৰ সেই একেই ব্যৱহাৰ, মাকৰ কোনো কথাই নুশুনে স্কুলৰ পৰা মাকে আনিব গ'লেও ঠেহ লাগে। মালিতাৰ ভীষণ দুখ লাগে। তাইৰ বুকুখন খালী হৈ থাকে। এবছৰ বয়সৰ পৰাইও সোণ আইতাকৰ লগত শুৱে। সোণৰ কোনো কথাৰেই তাই ভাগ নাপায় সোণক লৈ অপু আৰু তাৰ মা দেউতাকে বহুত কল্পনা কৰে। ক'ত পঢ়াব। কি পঢ়াব আৰু বহুত কিবাকিবি।

ককাক আইতাক আৰু অপুৰ সোণৰ বিষয়ে কৰা আলোচনাবোৰ শুনি শুনি মালিতাৰ অন্তৰে কান্দি উঠে। তাইৰ বুকুৰ ধনৰ জীৱনৰ হিচাপ নিকাচ লোৱাৰো যে তাইৰ অকণমান অধিকাৰ নাই। অন্তৰৰ সকলো বেদনা চেপি ৰাখি তাই জীয়াই আছে—

নীৰৱে, অকলে অকলে তাই কেৱল ভাবি থাকে.........

সোণমণি ডাঙৰ হ'ব। দেউতাক ককাকৰ দৰেই ডাঙৰ মানুহ হ'ব সকলোৱে চিনি পোৱা মানুহ কিন্তু সুকু অন্যৰ কথা বাদেই দিলো সি জানো নিজৰ মাককেই 'মা' বুলি চিনি পাবনে? নাপায়। কাৰণ সি যি পৰিৱেশ আৰু নৈতিক শিক্ষাৰে ডাঙৰ হৈছে তাত মাতৃভক্তিৰ স্থান নাই আৰু নাই বহুতো শিক্ষাৰ। তথাপি মালিতাই সোণক ক্ষমা কৰি দিব কাৰণ সোণমণিৰ সেই বোৰৰ বাবে জগৰীয়া সি নহয়। জগৰীয়া সি জন্ম লোৱা ঘৰখনৰ, সি ডাঙৰ হোৱা পৰিৱেশৰ, সি শিকা বুজা কৰা সমাজখনৰ। যিখন সমাজৰ বিৰুদ্ধে মাত মতাৰ সাহস মালিতাই কৰিব নোৱাৰে আৰু নোৱাৰে মালিতাৰ দৰে অজস্ৰ নাৰীয়ে। ❐

卍 卍 卍

# প্ৰতাৰণা

কলমটো হাতত লৈ বগা কাগজ কেইখিলা মানত পিন মাৰি কিবা লিখিম বুলি ভাবিছিলো—তেওঁ কোৱা কথাষাৰ মনত পৰি গ'ল, 'অকলে থাকিলে কি কৰিবা? কিবা লিখিবলৈ চেষ্টা কৰিবা।' সেয়েহে মাজে মাজে লিখিবলৈ বহো--কিন্তু, কি আচৰিত—আজি প্ৰায় তিনি বছৰেই হ'ল একো লিখিব পৰা নাই—লিখিবলৈ বহিলেই তেওঁ যেন আহি মোৰ ওচৰত হাজিৰ হয়হি।

আজিও সেই একেই অৱস্থা—তেওঁলৈ বৰকৈ মনত পৰিছে—লিখা আৰু নহ'ব। কলমটো কামুৰি তেওঁৰ কথাকেই ভাবি থাকিলো...।

তেওঁৰ চেহেৰাটোলৈ মনত পৰিল—চুলিবিলাক দীঘল, ডিঙিত পৰে, দাড়িবিলাকো সদায় অলপ দীঘলকৈয়ে দেখিছিলো—মানে কোনো দিনেই তেওঁৰ চিল-চিলিয়াকৈ দাড়ি কটা মুখ এখন দেখা পোৱা নাছিলো—।

দীঘলীয়া মুখৰ গঢ়, মিঠা বৰণৰ ৰং, মধ্যমীয়া ওখ, শকত কিন্তু নাছিল, ক্ষীণ বুলি ক'বও নোৱাৰি। চকুকেইটা বেছ ডাঙৰ আৰু ক'লা, চকুৰ নোমবিলাক দীঘল, ডাঙৰ ফ্ৰেমৰ চছমা এযোৰ পিন্ধে। তেওঁৰ চকুলৈ পিছে চাই থাকিব নোৱাৰি-অন্য মানুহতকৈ চকুযোৰ অলপ বেলেগ আছিল....।

দীঘল পাঞ্জাবী পিন্ধিছিল তেওঁ—কিন্তু পাইজামা পিন্ধা নাছিল— পেণ্টৰ লগত দীঘল পাঞ্জাবী। ভালেই দেখিছিল তেওঁক—। কথা বৰ কমকৈ কৈছিল। কিন্তু; তেওঁ বৰ ব্যস্ত মানুহ আছিল।

(১)

প্ৰথম তেওঁক চিনি পাইছিলো— এখন আলোচনীৰ এটা গল্পৰ যোগেদি 'এৰি অহা দিনৰ সোঁৱৰণৰে' গল্পটো পঢ়ি চাই ভাল পাইছিলো—গতানুগতিক কাহিনীতকৈ যেন অলপ বেলেগ আছিল। নায়কৰ আচৰণত প্ৰকাশ পোৱা

অপ্ৰকাশিত প্ৰেম যেন নায়িকাৰ বুজনিৰ বাহিৰত...। নায়কৰ একপক্ষীয় প্ৰেম। ঠিক এক পক্ষীয় বুলিব নোৱাৰি—নায়িকাক প্ৰেমৰ সোৱাদ লাগে—নায়কে কিন্তু ভাবত বিভোৰ হৈ প্ৰেমৰ সোৱাদ উপভোগ কৰে। নায়কে দূৰৰ পৰা সৌন্দৰ্য উপভোগ কৰে—কল্পনাৰ শেষ নাই—ভাষাহীন ভালপোৱা, অজস্ৰ ভালপোৱা—হেজাৰ প্ৰশ্ন—উত্তৰ নালাগে—শান্ত, নিৰ্মল, তৃপ্ত আৰু সুখী! আমেজ অনুভৱ কৰি নায়কে ভাল পায়।

(৩)

তেওঁ থকা ঘৰটোও বহুত গছ- গছনিৰে ভৰা—পুৰণা 'আসাম টাইপ' ঘৰ, চাৰিটামান কোঠালি আছে। আঁতৰৰপৰা মানুহ নথকা ঘৰ যেনেই লাগে—কিন্তু; ভিতৰখন বেছ চাফ-চিকুণ—সাধাৰণ বস্তু যদিও পৰিপাটিকৈ থোৱা। পাকঘৰটো সৰু যদিও ভালেই, দৰকাৰী সকলো বস্তুৱেই আছে—প্ৰেচাৰ কুকাৰৰ পৰা আৰম্ভ কৰি মইদা, শিলপটা, ডলা, খৰাহীলৈকে। কোনোবা বন কৰা মানুহ থকা যেন লাগে কিন্তু কোনো নাই! কেৱল তেওঁ অকলে থাকে। কোনোবাই যদি তেওঁক সোধে—'আপোনাৰ কোন কোন আছে? কেৱল মই আছো—ময়েই আৰু—ময়েই সকলো...। কম কথা কোৱা গহীন মানুহজনক বেছি কথা সুধি থাকিবলৈ সকলোৱে বেয়া পায়।

(৪)

তেওঁ লিখা গল্পটো—প্ৰথম চিনাকিতে মহিমাই (নায়িকা) ক'লে—আপোনাৰ লগত চিনাকি হৈ বৰ ভাল লাগিছে—খুউব ধুনীয়াকৈ হাঁহিটো মাৰি নীলিময়ে (নায়ক) কেৱল মূৰ জোকাৰি শলাগিলে—তেওঁৰো নিশ্চয় মহিমাক ভাল লাগিছে-—

মহিমাৰ দেউতাক হৰিচৰণ বৰুৱাই চাকৰিৰপৰা অৱসৰ লৈ সেইখন ঠাইলৈ অহা বেছি দিন হোৱা নাই—বিশেষ মানুহৰ লগত চা-চিনাকি হ'বই পৰা নাই। মহিমাহঁতে ভাৰা লোৱা ঘৰটো নীলিময়ৰ ঘৰৰপৰা বেছি দূৰত নহয়—গতিকে মাজে মাজে তেওঁলোক দুয়োজনৰে লগালগি হৈয়েই থাকে—লগ পালেই মহিমাই একে উশাহতে বহুত কথা কৈ পেলায় নীলিময়ক...

মহিমাৰ হাঁহি হাঁহি কোৱা কথাবিলাক নীলিময়ৰ বৰ ভাল লাগে।

লাহে লাহে সিহঁতৰ চিনাকি বন্ধুত্বৰ পৰিণত হ'ল—প্ৰায়েই লগ পায় দুয়ো দুয়োকো, সদায় কথা কয়। মহিমাই অনৰ্গল। নীলিময়ে আৰু মহিমাৰ কথা শুনি কেতিয়াও ভাগৰি নাযায়—কেতিয়াবা কথা কৈ কৈ তাই নীলিময়ৰ গাত ধৰি হাতত ধৰি জোঁকাৰি দিয়ে—

তোমাক চাই চাই তোমাৰ কথা শুনি শুনি মোৰ হেঁপাহেই নপলায়—এয়া যেন নীলিময়ৰ মনৰ কথা....।

এপলক দৃষ্টিৰে চাই থকা নীলিময়ক মহিমাৰ কৈ দিবৰ মন যায় 'তুমি কিবা নোকোৱা কিয়?'

মাজে মাজে তাইৰ *ঠেহ্* লাগে—কিজানিবা নীলিময়ে কিবা কয়েই ভাল পোৱাৰ কথা, কিজানিবা অলপ মৰমেই কৰে...।

কিন্তু নাই সকলো বুজি পায়ো যেন —নিৰ্বিকাৰ নীলিময়।

সদায় মহিমাই ভাবে—নীলিময়ক আৰু লগ নধৰে—একো কথা বতৰা নকয়--কেৱল তাই ওচৰত থাকিলে তাক খুউব সুখী যেন লাগে—হয়নে নহয় বা সেইটোতো খাটাং নহয়....।

নীলিময়ে অৱশ্যে কেই আষাৰমান কথা সদায় কয়—'ৰবাচোন—! যাবৰ হ'লেইনে?

অলপ সময় থাকানা—প্লিজ...

কাইলৈ মোক লগ ধৰিবা দেই—অমুকলৈ যাম... সঁচাকৈ যায়ো...

—কেতিয়াবা নদীৰ পাৰলৈ য'ত মানুহৰ সমাগম কম, কেতিয়াবা বহুত দূৰৰ এখন পাৰ্কত বহি সময় কটোৱা, কেতিয়াবা ওচৰৰ গাওঁ এখনলৈ গৈ পথাৰ চোৱা, ধাননিৰ আলিত বহি দুই-এটা কথা কোৱা...এইবিলাক নীলিময়ৰ বৰ ভাল লাগিছিল...প্ৰথমে এইবিলাকত মহিমা সহজ হ'ব পৰা নাছিল। তাই যেন এইবিলাক ভাল পোৱা নাই! কিন্তু নীলিময়ক এইবিলাক ক'বও নোৱাৰে—বেয়া পোৱাটো তাই নিবিচাৰে....।

(৫)

কেতিয়াবা তাই ভাবে নীলিময়ৰ সংগ আৰু বাদ দিব! কি যে অদ্ভুত মানুহজন—কথাও নকয়, মৰমো নকৰে। তাইক মৰম অলপ লাগে—একেলগে

অকলশৰে ঘণ্টাকে ঘণ্টা ধৰি সময় কটোৱা দুগৰাকী ডেকা-গাভৰুয়ে ইজনে সিজনৰ মৰম বিচৰাতো স্বাভাৱিক.....।

কেতিয়াবা মহিমাৰ ওঁঠ দুটি কঁপি উঠে, চকুকেইটা চলচলীয়া হৈ পৰে--তাই নীলিময়ৰ একেবাৰে কাষ চাপি যায়...

সেই সময়তে নীলিময়ে অলপ বেছিকৈ কথা কয়...'তুমি মই নতুনকৈ লিখা কবিতাটো পঢ়িছানে বাৰু? তোমাৰ কেনে লাগিছে কবিতাটো? পেটে পেটে মহিমাৰ খং উঠে—এইবিলাক কবিতা-চবিতা তাই ভাল নাপায়—বুজিও নাপায় ধৈৰ্য্যও নাই কবিতা পঢ়াৰ।

মহিমাৰ মহিমাই মুহি পেলালে নীলিময়ক। অকলশৰে তেওঁ কেৱল তাইৰ কথাকেই ভাবি থাকে—ইমান চঞ্চল মহিমাজনীৰ গাত বাৰু কি যাদু আছে!

মহিমাক এদিন নেদেখিলে নীলিময়ৰ উশাহ বন্ধ হৈ যাব খোজে—

সম্পূৰ্ণ বিপৰীত চৰিত্ৰৰ মহিমাই আকৌ ভাবে—'নীলিময়টো যে কি অদ্ভুত প্ৰকৃতিৰ মানুহ—জীৱনটো উপভোগ কৰিবই নাজানে।—এনেকৈ নো মানুহ জীয়াই থাকেনে?

(৬)

হঠাৎ নীলিময়ক অলপ বেলেগ হোৱা যেন লাগিল মুখত অনবৰতেই ধুনীয়া হাঁহি এটা লাগিয়েই থাকে! সকলো সময়তে যেন মহিমালৈকে বাট চাই থাকে—মহিমা আহিলে কি সুধিব! মহিমাই একে উশাহতে তাক বা কি কথা ক'ব!

সঁচাকৈ মহিমালৈ তাৰ বৰ মৰম লাগে—মহিমাজনী সঁচাকৈয়ে মৰম লগা, বয়সতকৈ বেছি সৰু হৈ আছে—অলপ আলসুৱাও....।

মহিমাক কেন্দ্ৰ কৰিয়েই নেকি—নীলিময়ৰ নিজৰ জীৱনৰ প্ৰতি মোহ লগা হ'ল—জীয়াই থকাৰ মোহ—সি যেন সতেজ, সৰল ধুনীয়া হৈ পৰিছে।

কিন্তু ঠিক তেনে সময়তে—চঞ্চলা মহিমাজনী আৰু বেছি চঞ্চল হৈ নীলিময়ক খবৰ দিলেহি—নীলিময়! মোৰ বিয়ালৈ আৰু এমাহেই নাই—এয়া চোৱা চিঠি—বিয়াৰ চিঠি? নীলিময় যেন হতবাক হৈ গ'ল—বিয়াৰ অৰ্থ সি ভাবিবলৈ ধৰিলে—মহিমাক চিৰদিনৰ বাবেই হেৰুৱাই পেলাব দেখোন....। চিঠিখন চাই

চাই বহুত দেখিৰ পিছত সি ধৈৰ্য ধৰি উত্তৰ দিলে—

মহিমা! মই পিছে তোমাৰ বিয়াত থাকিব নোৱাৰিম—মোৰ বাহিৰত কাম আছে--কিছু দিন বাহিৰত থাকিব লাগিব।

অ'.... হ'ব দিয়া বিয়াৰ পিছতো আকৌ লগ পামেই মহিমাই অতি সহজভাৱে উত্তৰ দিলে...

(৭)

এমাহ পিছত মহিমাৰ ধুমধামেৰে বিয়া হৈ গ'ল—নতুন স্বামীৰ লগত মহিমাই এখন সুখৰ সংসাৰ গঢ়ি তুলিলে। নীলিময়ক তাই পাহৰি গ'ল—পাহৰি নাযাবই বা কিয়! নীলিময়ৰ লগতটো তাইৰ কোনো সম্বন্ধই নাছিল--তেওঁৰ সংগ ভাল পাইছিল—কথা পাতিছিল—তাতকৈ বিশেষ আৰু একোটা নাছিল!

কিন্তু নীলিময়ে হয়তো মহিমাক পাহৰি যাব নোৱাৰিলে—তেওঁ হয়তো মহিমাৰ লগত এক নিবিড় সম্বন্ধ গঢ়ি তুলিছিল—সেই সম্বন্ধৰ কথা অকল নীলিময়েহে ক'ব পাৰিব.....।

মহিমাই যেন তাক প্ৰতাৰণা কৰিলে—সেয়েহে মহিমাৰ বিয়াৰ চিঠিখন পোৱাৰ পিছৰপৰাই নীলিময় যেন অন্তৰ্ধান হৈ গ'ল--কিবা কামৰ অজুহাত দেখুৱাই তেওঁ আঁতৰি গ'ল—কিন্তু; ক'লৈ গ'ল, কি বিচাৰি গ'ল সেয়া জনাৰ উপায় কাৰো নাছিল। ইমান ডাঙৰ পৃথিৱীখনৰ তুলনাত ইমান সৰু নীলিময়জন যেন ক'ৰবাত হেৰাই গ'ল!

(৮)

তেওঁৰ গল্পটো পঢ়ি উঠি মোৰ কিন্তু ভয় লাগিছিল! কিয় জানো।!

নীলিময়ৰ চৰিত্ৰটো যেন মই তেওঁৰ মাজতেই বিচাৰি পাইছিলো—নীলিময়ৰ দৰে যদি তেওঁ ক'ৰবাত হেৰাই যায়...।

সেইদিনা তেওঁৰ কথা ভাবি ভাবি মই বৰ চিন্তাত পৰিছিলো—সন্ধিয়াও হৈ আহিছিল, তেওঁক লগ পোৱা বা দেখা পোৱাৰ কোনো সুবিধা তেতিয়া নাছিল--পিছদিনা ৰাতিপুৱা মই সোনকালে সাৰ পাইছিলো তেওঁক দেখা পোৱাৰ আশা নাই বুলি জানিও মই বাৰে বাৰে ৰাস্তালৈ চাই চাইছিলো—কিজানিবা তেওঁক দেখা পাওঁয়েই—কাৰণ তেওঁ আমাৰ সন্মুখৰ ৰাস্তাটোৰে কলেজলৈ অহা যোৱা

কৰে। মাজে মাজে তেওঁৰ পুৰণা 'ভেচপা' স্কুটাৰ'খনৰ শব্দটোও কাণত পৰা যেন লাগিছিল...।

সঁচাকৈ ৰাতিপুৱা দহ বজাত তেওঁৰ পুৰণা স্কুটাৰখনৰ শব্দ মোৰ কাণত পৰিল—তেওঁ কলেজলৈ গৈছে, তেতিয়াহে মোৰ অলপ শান্তি আহিল..।

তেওঁ কলেজৰপৰা অহা সময়তো মই বাটলৈ চাই থাকিছিলো—তেওঁ ঘূৰি আহিছে—ঘৰলৈ।

মই মোৰ বান্ধৱী হিৰণক লগ ধৰিলো.....

ঃ প্ৰফেচাৰ অজিত ভূএগ্ৰাৰ ঘৰলৈ যাবি নেকি?

তাই মোক বাৰে বাৰে প্ৰশ্ন কৰিলে 'কিয় যাব তেওঁৰ তালৈ?

—যাওঁ আৰু চা-চিনাকি হ'বলৈ!

দুয়োজনী লগ লাগি অজিত ভূএগ্ৰাৰ তালৈ গ'লো—ভাল লাগিল তেওঁক- -মই ভবা মানুহজনৰ দৰেই। দুই এটা কথা সোধাৰ পিছত চাহ খাবা নেকি সুধিলে—মই ক'লো—'আপুনি খায় যদি ময়েই একাপ চাহ বনাই দিওঁ?'

'ঠিকেই আছে—খাওঁ তেন্তে';

চাহ খাই আমি গুচি আহিলো...

মাজে মাজে তেওঁৰ ঘৰলৈ গ'লো.....তেওঁকো আমাৰ ঘৰলৈ মাতিলো— মা দেউতাই চিনাকি হৈ বৰ ভাল পালে—'মানুহজন বৰ ভদ্ৰলোক'—দেউতাই ক'লে। মায়ে কথা একেবাৰে নকয় নেকি সুধিলে....মানুহজনক মোৰ বৰ ভাল লাগিল——তেওঁৰ ওচৰলৈ গৈ গল্প কবিতাৰ কথা আলোচনা কৰো—কিবা নতুন লিখা থাকিলে মোক দেখুৱায়..। ভাল পাইছোনে নাই তাকো সোধে..। মোক আৰু লিখিবলৈ উপদেশ দিয়ে—মই ভাল পাওঁ।

(৯)

তেওঁৰ লগত ভালকৈ চিনাকি হোৱা মাত্ৰ এমাহমান হৈছে—এনেতে দেউতালৈ খবৰ আহিল-মোক তিনিমাহৰ আগতে চাই যোৱা ল'ৰাজনৰ পৰা হাইস্কুলৰ মাষ্টৰ—তেওঁৰ মোক পছন্দ হৈছে—বিয়া দিব লাগে—

মা-দেউতাই বৰ আনন্দ পাইছে—ল'ৰা অৱস্থাৱান আৰু হেনো বৰ ভাল!

মোৰ মনটো বৰ বেয়া লাগিল। অজিত ভূঞাঁলৈ মোৰ মনত পৰিল, তেওঁৰ গল্পৰ নায়ক নীলিময়লৈ আৰু মনত পৰিল—নায়কৰ লগত দেখোন তেওঁৰ নিজৰ চৰিত্ৰৰ আৰু বহুত মিল আছে। নিজকে নিজেই প্ৰশ্ন কৰিলো মই কি কৰা ভাল হ'ব?

মই মনটো মাৰি থকা দেখি মায়ে কিয় তেনেকৈ আছো সুধিলে—

মই আৰু উপায় নাপাই মাক ক'লো—'দেউতাই বাৰু অজিত ভূঞাক সুধি চাব নোৱাৰিবনে—তেওঁ মোক বিয়া কৰাব নেকি?

মা আচৰিত হ'ল—'উপযাচি অহা ল'ৰাটোলৈ বিয়া নিদি বেলেগক খাটিৰ কৰিব যোৱাটো—

কেতিয়াও হ'ব নোৱাৰে—মা কোনোমতেই মান্তি নহ'ল।

দুদিনমান পিছত দেউতাই কিবা কথা উলিয়াওঁতে মায়ে দেউতাক কথাটো ক'লে—দেউতা অতি সহজেই মান্তি হ'ল—অজিত ভূঞাক কথাটো সুধিবলৈ। মই বৰ আচৰতি হ'লো—মোৰ আকৌ ভয় লাগিল। এইবাৰ যদি অজিত ভূঞাই না কৰি দিয়ে। 'হে ভগৱান! দেউতাক যেন লাজত নেপেলোৱা..

(১০)

'মোৰ একো আপত্তি নাই—আপেনালাকৰ যদি সন্মতি আছে যি ভাল দেখে কৰিব পাৰে'—অজিত ভূঞাই কোৱা কথাষাৰ দেউতা আৰু মহাই আহি ঘৰত ক'লেহি..দিনবাৰ চাই বিয়াৰ তাৰিখ ঠিক কৰা হ'ল—একেবাৰে অনুষ্ঠুপীয়া বিয়া—ভূঞাৰ আৰু কোনো পৰিয়াল নাই—বহুত দূৰ সম্পৰ্কীয় দুই এজন আছে--গতিকে 'কৰ্টমেৰেজ' কৰি এটা পাৰ্টি দিব—ইমানেই।

চুৰচুৰিয়াকৈ বিয়াখন হৈ গ'ল। বংশ পৰিয়ালবিলাক গৈ আহৰি হ'ল। আমি দুয়ো অকলশৰীয়া হৈ পৰিলো।

মোৰ বৰ লাজ লাগিছিল তেওঁলৈ, হয়তো তেওঁৰো। যেনেকৈয়ে নহওক আমাৰ সংসাৰ আৰম্ভ হৈছিল। তেওঁক কিন্তু বহুত সুখী যেন লাগিছিল। মইতো নিজকে ধন্য মানিছিলো এনে এজন পুৰুষক স্বামী হিচাপে পাই..।

জীৱনটো মধুৰ হৈ পৰিছিল আমাৰ দুয়োৰে। মোক অত্যন্ত মৰম কৰিছিল তেওঁ....ময়ো তেওঁক হিয়া উজাৰি ভাল পাইছিলো।

তেওঁক আগতে মানুহক কোৱা এষাৰ কথা মনত পৰিছিল 'ময়েই' মোৰ সকলো সঁচাকৈ মই তেতিয়া আৰু মই হৈ থকা নাছিলো, মই যেন তেওঁতেই বিলীন হৈ গৈছিলো। তেওঁ নিজকে মই বুলি ক'লে ময়ো যেন তাতে মিলি আছিলো।

আমি দুয়ো লাহে লাহে নিজৰ দৈনন্দিন কামবিলাক আৰম্ভ কৰিছিলো--তেওঁ কলেজলৈ যোৱা আৰম্ভ কৰিছিল--ময়ো ঘৰৰ কাম-বন বিলাক।

তেওঁ অৱশ্যে লিখা-মেলা আৰম্ভ কৰা নাছিল। মই এদিন কওঁতে তেওঁ মোক কৈছিল--'এতিয়া তুমি আছা যেতিয়া লিখা-মেলাৰ প্ৰয়োজনবোধ কৰা নাই'—'তুমিহে মাজে মাজে লিখিবা মই নাথাকিলে'...।

(১১)

বিয়াৰ ঠিক এমাহ মান পাৰ হৈছে—এদিন কলেজৰপৰা আহিয়েই তেওঁ বিছনাত বাগৰ দি বুকুখনত বিষ হোৱা বুলি ক'লে--মই ভাবিলো--এনেই হৈছে চাগৈ--ভাল হৈ যাব,--কিন্তু বুকুৰ বিষটো বাঢ়িহে যাব ধৰিলে....

মই দেউতাক খবৰ দিলো—দেউতাই ডাক্তৰ লৈ আহিল। ডাক্তৰে চাই মেলি হাৰ্টৰ অসুখ বুলি ক'লে--কিবা ঔষধ দিলে--ৰাতিলৈ তেওঁ ভাল পালে।

সেইদিনা মই তেওঁৰ দাঢ়িখিনি পিহি পিহি কৈছিলো--'গাটো ভাল পালে দাঢ়িখিনি কাটি দিবলৈ? আপোনাৰ দাঢ়ি নথকা চিলচিলিয়া মুখখন মই দেখাই নাই'..তেওঁ ক'লে--হ'ব দিয়া এইবাৰ দাঢ়িখিনি কাটি দিম নহ'লে তোমাক দাঢ়িয়ে বিন্ধিব নহয়'!

(১২)

মই আৰু তেওঁৰ চিলচিলিয়া মুখখন দেখাই নাপালো। তিনিদিন বুকুৰ বিষ হৈয়ে তেখেত ঢুকাই থাকিল। মোক অকলশৰে এৰি থৈ তেওঁ হেৰাই গ'ল...।

মোৰ কঁপালত বিয়াৰ সেন্দুৰ লাগিয়েই থাকিল...

মই মনে মনে ভাবিছিলো তেতিয়া...তেওঁৰ গল্পৰ নায়ক নীলিময় হেৰাই যোৱাৰ বাবে মই বৰ ভয় খাইছিলো...মহিমাৰ ওপৰত মোৰ প্ৰচণ্ড খং উঠিছিল---নীলিময় হেৰাই যোৱা বাবে মই মহিমাকেই দোষী কৰিছিলো...।

কিন্তু; মোৰ জীৱনৰ নায়ক হেৰাই যোৱাৰ বাবে মই বাৰু কাক দুষিম?

মোৰ জীৱনৰ একমাত্ৰ সংগীক, মই মোৰ সকলো মৰম, ভালপোৱাৰে উম দি ৰাখিম বুলি মই প্ৰতিজ্ঞাবদ্ধ হৈছিলো—মই ভাবিছিলো মই তেওঁক কেতিয়াও দুখ পাবলৈ নিদিওঁ—মোৰ মৰমেৰে তেওঁৰ জীৱনৰ কিবা দুখ বেজাৰ আছে যদিও মই শেষ কৰি পেলাম। কিন্তু; ক'তা—মইতো তেওঁৰ বাবে একো কৰিবলৈকে সুবিধা নাপালো।

হেজাৰ মহিমাৰ প্ৰতাৰণাৰ বলি হোৱা হেজাৰ নীলিময়—হেৰাই গৈছে—তেওঁলোক কেৱল হেৰাই গৈছে...কেতিয়াবা যেন তেওঁলোক ঘূৰি আহিব...কিন্তু; মোৰ নীলিময়! তেওঁ মোক কিয় প্ৰতাৰণা কৰিলে বাৰু? তেওঁতো হেৰাই যোৱা নাই! তেওঁ নিঃশেষ হৈ গ'ল; মই নিজ হাতেৰে তেওঁৰ মুখাগ্নি কৰিছিলোঁ। ❐

卍 卍 卍

# অনুপ্ৰেৰণা

'লিখক'নাইবা 'কবি' হ'বলৈ হেনো অনুপ্ৰেৰণাৰ প্ৰয়োজন। অনুপ্ৰেৰণাৰ অবিহনে গল্পকাৰ নাইবা কবি হ'ব নোৱাৰে। সেয়েহে মই বাট চাই চাই আছিলো -অনুপ্ৰেৰণা বিচাৰি। কাৰণ মোক অনুপ্ৰেৰণা দিয়া মানুহ মোৰ পৰিয়ালত নাই- -মোৰ ডেদি ব্যস্ত মানুহ তেখেতৰ বহু ডাঙৰ ব্যৱসায়। গতিকে মোৰ মনোভাবৰ লগত তেখেত জড়িত হ'ব নোখোজে, তেখেতৰ ক্ষতি হ'ব পাৰে। কিন্তু ঘৰৰ কোনো সদস্যৰ তেখেতৰ বাবে ক্ষতি হ'ব নোৱাৰে। কাৰণ অজস্ৰ লাহ্-বিলাসেৰে ভৰি থকা, ৰাজমহল যেন ঘৰ এখনত কাৰোবাৰ জানো ক্ষতি হ'ব পাৰে। অজস্ৰ টকা-পইচা, উভৈনদী বয়-বস্তু। যিয়ে যি ধৰণৰ 'লাইফ ষ্টাইল'পছন্দ কৰে সেই ধৰণেই চলি যাব পাৰে।

মোৰ 'মা' মানে মোৰ মাম্মিৰ লাইফ ষ্টাইল এনেধৰণৰ। তেওঁ ঘৰ-পৰিয়াল লৈ ব্যস্ত নাথাকে, তেওঁৰ ক্লাব , পাৰ্টি এইবিলাকত বিশেষ ৰুচি। মানুহৰ আবেগ, অনুৰাগ মৰম- চেনেহ এইবিলাকক তেওঁ সিমান গুৰুত্ব দিব নোখোজে। গতিকে মই তেখেতৰ পৰা বাৰু কি অনুপ্ৰেৰণা আশা কৰিম। তেখেতক কেতিয়াবা দেখা পোৱাৰ আশা কৰিও নিৰাশ হওঁ। মোৰ দুজন 'দাদা আৰু এজনী 'বা'। মাম্মি আৰু দেদিৰ সৈতে আমি ছয় জন পৰিয়াল মাত্ৰ। কিন্তু আমাৰ ঘৰখনত বহুত মানুহ থাকে। মানুহে ঘৰ নধৰা। আমি ছয়জনৰ বাবে আঠজন মানুহ। কুকুৰ দুটাৰ বাবে এজন বেলেগ। তাৰোপৰি ফুলৰ বাগিচা আৰু শহা পোৱালিকেইটাৰ বাবেও আৰু বেলেগ এজন। গেটৰ মুখত থিয় হৈ থকা মানুহ দুজন আছেই অ' ড্ৰাইভাৰৰ কথা পাহৰিছিলোৱেই —

আমাৰ পাঁচখন গাড়ীৰ বাবে পাঁচজন ড্ৰাইভাৰ। মোৰ গাড়ী আৰু ড্ৰাইভাৰ একো নাই। কিন্তু মোক কলেজ বা লাইব্ৰেৰীত থৈ আহিবলৈ সিহঁতে বৰ ভালপায়। হাঁহি হাঁহি মোলৈ বাট চাই থকা ড্ৰাইভাৰ কেইজনৰ পৰা মই কলেজলৈ, লাইব্ৰেৰীলৈ যোৱাৰ সামান্যতম হ'লে প্ৰেৰণা পাওঁ।

মোৰ দুয়োজন দাদা বিদেশৰ পৰা ঘূৰি আহিছে—কিবা 'হায়াৰ ষ্টাডি' কৰি। মোৰ বোধগম্যৰ বাহিৰৰ তেওঁলোকৰ ষ্টাডিৰ ভিতৰত মোৰ দৰে অসমীয়া প্ৰবক্তা এগৰাকীৰ কাৰণে অসমীয়া গল্প, কবিতা লিখাৰ অনুপ্ৰেৰণাৰ স্থান নাই। সেয়েহে মই আশা কৰাটোও ভুল হ'ল।

মোৰ 'বা' সদায় নিজক লৈযে ব্যস্ত। নিজকে সজাই-পৰাই চিনেমা চাই, বন্ধু-বান্ধবৰ লগত পাৰ্টি কৰি আড্ডা মাৰি মাজনিশা ঘৰলৈ ঘূৰি আহি তেওঁ এটা অতি সুখৰ জীৱন- যাপন কৰিছে। তেওঁ কান্দিব নাজানে বাবে বেলেগৰ কান্দোনৰ খবৰ নাপায়া। গতিকে 'বা'ৰ পৰা অনুপ্ৰেৰণাৰ প্ৰশ্নই আহিব নোৱাৰে। গতিকে মই বৰ্তমান 'গল্পকাৰ বা 'কবি' হোৱাৰ আশা বাদ দিছো অনুপ্ৰেৰণাৰ অভাৱত। কিন্তু ভৱিষ্যতে আশা কৰিছো- অনুপ্ৰেৰণাৰ। মই মোৰ এগৰাকী সংগী বিচাৰি ল'ম আৰু এই কথাও সত্য যে— মই মোৰ সংগী বিচৰাত কেতিয়াও ভুল নকৰো মোৰ ঘৰখনৰ মানুহৰ দৰে...। কাৰণ, মোৰ দাদাইঁতৰ আৰু 'বা'জনীৰ বাবে মই কেতিয়াও তেওঁলোকৰ ভগ্নীসংগী আৰু মোৰ মাম্মী-দেদিৰ বাবে মই কেতিয়াও পুত্ৰী-সংগী হ'ব নোৱাৰিলো। তেওঁলোকে যদিও মোক সংগী হিচাপে বিচাৰ নাই তথাপি তেওঁলোকে তেওঁলোকৰ লগত মই খোজত খোজ মিলাই থকাটো বিচাৰে। মই কিন্তু তেওঁলোকৰ লগত কোনো কথাতে খাপ খাই পৰিব নোৱাৰিলো আৰু নোৱাৰিলো তেওঁলোকৰ আপোন হৈ পৰিবলৈ। যিহেতু মই মোৰ ফালৰ পৰা তেওঁলোকক একোৱেই দিব পৰা নাই—তেন্তে ময়ো তেওঁলোকৰ পৰা কিবা বিচৰাটো অনুচিত নহ'ব নিশ্চয়!

সেয়েহে— মই ভৱিষ্যতে যিগৰাকী সংগীৰ কথা কল্পনা কৰিছো—তেখেতৰ কথা ভাবি মই আপ্লুত হৈ পৰিছো। যি মোৰ মনৰ সৈতে একাত্ম হৈ পৰিব। মোৰ হাঁহিত তেওঁ প্ৰাণ খুলি হাঁহিব পাৰিব, মোৰ কান্দোনত তেওঁ হিয়া ভাঙি কান্দিব পাৰিব।

আমি দুয়ো দুয়োৰে সমভাগী হ'ব পাৰিম। আমি দুয়ো লগ লাগি এখন সুন্দৰ, নিৰ্মল সংসাৰ পাতিব পাৰিম—যিখন সংসাৰত সুখ-স্বাচ্ছন্দ্য আৰু মৰম-চেনেহৰে ভৰপূৰ হৈ থাকে। সেইখন সংসাৰত কাহানিও অনুপ্ৰেৰণাৰ অভাৱ হ'ব নোৱাৰে- আৰু তেতিয়া মই গল্প লিখিবলৈ নহ'লেবা কবিতা লিখিবলৈ চেষ্টা কৰিম এগৰাকী 'সফল গল্পকাৰ,' এগৰাকী 'সু-কবি' হ'বলৈ। ❑

# ব্যতিক্ৰম

"মইনা বাইদেউ; মইনা বাইদেউ; — ৰাজু দাদাহঁতৰ ভাল নহয়নে?— আজি সি নতুন চাইকেল এখন চলাইছে"—মইনাৰ ফ্ৰকটো টানি টানি বায়েকক ক'লে ৩য় মানত পঢ়া মণ্টুৱে.....

৫ম মানত পঢ়া মইনাই তাৰ কথাতে হয়ভৰ দি ক'লে—"ওঁ, সিহঁত বহুত ধনী মানুহ, ৰৰদেউতাই বৰকেৰাণী কাম কৰে নহয়—সেয়েহে বৰমা, সোনমা, ৰূপমা বাইদেউহঁতে ধুনীয়া কাপোৰ পিন্ধি থাকে"—

আমাৰ দেউতা বৰ কেৰাণী হব নোৱাৰে নেকি? - মণ্টুৱে সুধিলে—

নোৱাৰেতো আকৌ, আমাৰ দেউতাৰ পঢ়া শুনা বোলে বৰ কম—সেই কাৰণেহে তোকে মোকে স্কুলত পঢ়াইছে। আমি ভালকৈ পঢ়িলে দুইটাই বৰকেৰাণী হ'ব পাৰিম। ধেৎ, তই বৰকেৰাণী হব নালাগে—তই মাষ্টৰনী হবি, আৰু মই বৰকেৰাণী...।

সিহঁত দুইটাই কথা পাতি পাতি স্কুলৰ ওচৰ পাওঁ পাওঁ হওঁতেই - ৰাজুৱে নতুন 'ৰেলি চাইকেল'খনেৰে সিহঁতৰ ওচৰেৰে ফু-ফুৱাই পাৰ হৈ গ'ল— মণ্টুৱে মুখৰ ভিতৰতে ভোৰভোৰাই উঠিলে—"মই ভালকৈ পঢ়ি বৰকেৰাণী হম, তেতিয়া চাবি"— মইনাই মনে মনে হাঁহিলে...

এই মাজবাট গাঁওখন আগতে একেবাৰে পাছপৰা গাঁও আছিল যদিও, আজিকালি গাঁওখনৰ কিছু উন্নতি হৈছে। গাঁৱৰ লগে লগে মানুহবিলাকৰো উন্নতি হব ধৰিছে। দুই এঘৰক বাদ দি প্ৰায়বিলাক ল'ৰা-ছোৱালীয়েই স্কুললৈ যোৱা আৰম্ভ কৰিছে—। নতুনকৈ উঠি অহা চামটোৰ প্ৰায়বিলকেই .... স্কুললৈ যোৱা আৰম্ভ কৰিছে। ঘৰৰ পৰিয়াল আৰু মাক-দেউতাকবিলাকো এই ক্ষেত্ৰত সজাগ হৈ পৰিছে। স্কুললৈ যোৱাৰ ভয়ত লোকৰ বাৰীয়ে বাৰীয়ে পলাই ফুৰা বিহগুটি কনককো বাপেকে মাৰি-কিলাই স্কুললৈ পঠাইছে—"মই হাজিৰা কৰি কিতাপ কাগজখিনি যোগাৰ দিম নহয় ! তই স্কুললৈ যাচোন, চাকৰীয়াল নহ'লেও পইচাৰ হিচাব আৰু নামটোতো লিখিব পৰা হবি——এয়া কনকৰ বাপেকৰ কথা"।

এইখন 'মাজবাট" গাঁৱৰে দুটি শিশু 'মইনা' আৰু 'মণ্টু' পৰিমল পিয়নৰ জীয়েক, পুতেক। পৰিমল পিয়নৰ বাপেক আকৌ কাঠমিস্ত্রি আছিল— আচলতে কাঠমিস্ত্রিৰ যোগালি আছিল। কিন্তু গাঁৱত তেওঁ কাঠমিস্ত্রি বুলিয়েই জনাজাত। দয়াৰাম কাঠমিস্ত্রি। প্রথমতে দয়াৰামে গুৰুৰ লগত কেইবাটাও দোকান ঘৰ, দুই এখন চকী-টেবুল আদিৰ কামহে শিকিছিল। পিছে লাহে লাহে দয়াৰামৰ গুৰু মিস্ত্রিয়ে দয়াৰামতকৈ উন্নত যোগালি পালে কাৰণে তাক বাদ দিলে। কিন্তু, কোনো কোনোৰ মতে কথাটো হেনো বেলেগ,—দয়াৰামে কাঠত গজাল মাৰিলে হেনো বেকা হৈ যায়—সেইবাবেহে তাক বাদ দিয়া হ'ল। গুৰুমিস্ত্রিৰ লগত কাম কৰিব নিদিলেও গুৰুয়ে কিন্তু দয়াৰামক ভাল মিস্ত্রি বনাই থৈ গ'ল, কাৰণ মাজবাট গাঁৱত দয়াৰাম মিস্ত্রি নহ'লে বিপদৰো কথা। দয়াৰাম মিস্ত্রি বুলিলে মাজবাট গাঁৱৰ বুঢ়াৰপৰা কণমানিটোলৈকে সকলোৱে চিনি পায়। দয়াৰামক আকৌ যোগালিৰ দৰকাৰ নাই হাতুৰী, বটালি, কৰত, চলোৱা, ৰেন্দা মৰা সকলো কাম নিজেই কৰে। তাৰোপৰি গৃহস্থৰ ঘৰত চাহ খাবলৈ চেনি, চাহ নহ'লে কামৰ মাজতে চাইকেলখন লৈ চাহ, চেনিৰ বজাৰো কৰি দিয়ে। কাম কৰি থকা অৱস্থাত যদি গৃহস্থৰ ঘৰত হঠাৎ আলহী আহি ওলালে তেন্তে কোনো চিন্তাৰ কাৰণ নাই— দয়াৰাম আছে নহয়! সময়ৰ কোনো ধৰা বন্ধা নিয়ম নাই লগতে পইচাৰো— অৱস্থা চাই ব্যৱস্থা--নিজৰ ঘৰৰ দৰে ভাত পানী খায় জৰুৰী হ'লে কেতিয়াবা কেৰাচিন তেলৰ চাকিৰ পোহৰতো কাম সমাধা কৰিহে ঘৰলৈ উভতে। গাঁৱৰ মানুহৰ বিয়াৰ সময়ত দয়াৰামৰ বৰ দৰকাৰ। কইনাৰ লগত দিয়া পীৰা কেইখন, নোৱনী পীৰা, দৰাক ভৰি ধুওৱা পীৰা এই আটাইবিলাক পীৰা দয়াৰামৰ হাতৰেই। তাৰো উপৰি অচল অৱস্থাৰ পৰিয়ালৰ ছোৱালীৰ বিয়াত লগত দিয়া চকী, টেবুল, আলনা, আনকি ঘৰৰ কাঠেৰে সজোৱা পালেংখনো সাধাৰণতে দয়াৰামৰ হাতেৰেই সজোৱা হয়।

এই দয়াৰামৰে একমাত্র পুত্র পৰিমল পিয়ন। বাপেকৰ চেষ্টাত পৰিমলে দশম মানলৈকে পঢ়িলে যদিও প্রৱেশিকাৰ দেওনা পাৰ হ'ব নোৱাৰিলে। তথাপি নিজৰ গাঁৱৰ ওচৰতে নতুনকৈ হোৱা গড়কাপ্তানী বিভাগৰ অফিচৰ পিয়ন কামটো বহুতকে খাতি খুতি পালে—এই ক্ষেত্রত ৰাজুৰ দেউতাক বৰকেৰাণীদেৱেও বৰ সহায় কৰিলে। বৰকেৰাণী ধীৰেন বড়া বৰ চহকী মানুহ, খেতিৰ মাটি ভেটিও যথেষ্ট আছে—তাতে বৰাদেৱৰ চাকৰিটোও ভাল। সাধাৰণতে কেৰাণী মহৰি

চাকৰিবিলাকৰ বহুত পইচা—তাতে দুই নম্বৰী পইচাৰ ধান্দাটোতো তেখেতৰ অভ্যাস আছে। ল'ৰা-ছোৱালী তিনিটি, সিহঁতেও বৰ লাহ-বিলাসত ডাঙৰ হৈছে। গাঁৱৰ ভিতৰত সিহঁতৰ কানি-কাপোৰ, চাল-চলন কাৰো লগত নিমিলে—মিলাবও নোখোজে। কথা বতৰাতো বৰ ফুটনি। পৰিমল পিয়নৰ লগত কিন্তু তেওঁলোকৰ মিলা-প্ৰীতি আছে—মানে বৰাৰ ঘৰখনে পৰিমলৰ ঘৰখনক পুতৌৰ চকুৰে চায়। কেতিয়াবা বিপদে আপদে সহায়ো কৰে। প্ৰতি বাৰে স্কুলৰ বছৰকীয়া পৰীক্ষাৰ ফলাফল ওলোৱাৰ পিছত ধীৰেন বৰাৰ ল'ৰা-ছোৱালী কেইটাই কিতাপ বহীবিলাক মইনা আৰু মণ্টুক দি সহায় কৰে। অন্যহাতেদি পৰিমল পিয়নৰ ঘৈণীয়েক মালতীয়েও বৰাৰ ঘৰক বহুত সহায় কৰে—যেনে কাপোৰ বোৱা, বিহুৰ সময়ত পিঠা পনা জলপান আদি বনাই দিয়া—মালতী নহলেও বৰাৰ ঘৰৰ যথেষ্ট অসুবিধা। মালতীহঁতৰো ঘৰৰ অৱস্থা ভাল নহয় বুলিয়েই কব পাৰি। কাৰণ পৰিমলে পিয়ন চাকৰিটোতনো কিমান পইচা পায়! আনহাতে খেতিৰ মাটি বাৰীও নাই। এক বিঘামান মাটিতে থকা ঘৰৰ ভেটিটো আৰু বাৰীখন, তাতে তামোল, নাৰিকল, কল আদি আৰু কিছু তৰকাৰী পাচলিৰ খেতি কৰি নিজেও খায়, বজাৰতো বেচে। লোকৰ দুই এবিঘা খেতিৰ মাটি বন্ধকত লৈ কোনোমতে চলি আছে, ল'ৰা-ছোৱালী দুটিকো পঢ়াইছে। মইনা আৰু মণ্টু আকৌ পঢ়াশুনাত বৰ ভাল। আচলতে পিয়ন পৰিয়ালৰ মানুহকেইটা নিমাখিত।

লাহে লাহে মণ্টু আৰু মইনা ডাঙৰ হৈ আহিল। মইনা গাভৰু হ'ল। মইনাজনী ৰঙে-বিৰঙে চুলি-তুলিয়ে বৰ ধুনীয়াজনী হৈ পৰিছে। স্বভাৱ চৰিত্ৰও বৰ ভাল। তাই নৱম শ্ৰেণী পালেগৈ—এবছৰৰ পিছতেই প্ৰৱেশিকা পৰীক্ষা দিব। তাই ডাঙৰ হোৱাৰ পৰা মণ্টু নহলে স্কুললৈ যাবলৈ বেয়া পায়। মইনা ধুনীয়াজনী হৈ উঠাৰপৰা বাটত তাইক দুই এটা ল'ৰাই জোকায়। বিশেষকৈ ধীৰেন বৰকেৰাণীৰ পুতেক ৰাজু দাদাকলৈ তাই বৰ ভয় কৰে। সি মইনা স্কুললৈ যাবলৈ আহিলেই ক'ৰ পৰানো উপস্থিত হয়হি—মইনাৰ খোজৰ লগে লগে চাইকেলখন চলাই লাহে লাহে তাইক বাৰে বাং কৰা প্ৰশ্নবিলাক সুধি সুধি একেবাৰে স্কুলৰ পদূলি পায়গৈ—মইনাই বৰ বেয়া পায়। ৰাজুটোৰ আৰু কাম কাজ নাই—দুবাৰকৈ প্ৰৱেশিকা পৰীক্ষা ফেল কৰি এনেয়ে বাটে-পথে ঘূৰি ফুৰে। মণ্টু লগত থাকিলে তাইৰ অকণো ভয় নকৰে, সি অলপ বেলেগ ধৰণৰ ল'ৰা। ধেমালি সি সিমান ভাল নাপায়। কথা বতৰাও কমকৈ কয়, সময়ৰ মূল্য বুজি পায়, নিজৰ কৰ্ত্তব্য সদায়

ঠিকমতে কৰে। পঢ়া শুনাত ভাল কাৰণে শিক্ষকসকলেও সিহঁত দুটাক বৰ মৰম কৰে।

মইনা আৰু মণ্টু ডাঙৰ হৈ অহাৰপৰা সিহঁতে মাকক ধীৰেন বৰাৰ ঘৰত কাম কৰিবলৈ গ'লে সিমান ভাল নাপায়। ঘৰৰ আটাইবিলাক কাম মইনাই কৰে। তাই কামে-কাজে, বোৱাই-কটাই, পঢ়াই-শুনাই বৰ পাৰ্গত হৈ গঢ় লৈছে। তাইৰ গুণ মানুহৰ মুখে মুখে। পৰিমল পিয়ন আৰু ঘৈণীয়েকৰ ল'ৰা ছোৱালী দুটিক লৈ বৰ গৌৰৱ।

সময় বাগৰি গ'ল, মাজবাট গাঁৱৰ বহুত উন্নতি হ'ল। আগৰ এখন স্কুলৰ ঠাইত এতিয়া কেইবাখনো স্কুল হ'ল। আগৰ ধানবনা আৰু তেল পেৰা এটা কলৰ ঠাই চাৰিটা হ'ল। দোকান বজাৰ বাঢ়ি গ'ল। বহুত মানুহৰ খেৰ মাটিৰ ঘৰ এতিয়া ইটা টিঙৰ ঘৰ হ'ল। পুখুৰিৰ ঠাইত কুঁৱা, দমকলৰ উৎপত্তি হ'ল। পুৰুষসকলৰ আঠুৰ মূৰত পিন্ধা গামোচাৰ ঠাইত লুঙি, তিৰোতাসকলৰ বুকুত পিন্ধা মেখেলা ককাল পালেহি। অন্যহাতেদি ধীৰেন বৰ কেৰানীৰ ঘৰখন অধোন্নতিৰ ফাললৈ গতি কৰিবলৈ ধৰিলে— ধীৰেন বৰা ঢুকাল ৰাজু প্ৰৱেশিকা পৰীক্ষা ফেল কৰিয়েই থাকি গ'ল। বিয়া কৰালে। চাৰিটা মান ল'ৰা-ছোৱালী। ডাঙৰ ছোৱালী ৰূপমা ঘৰতে বয়স হৈ থাকি গ'ল। সৰু ছোৱালী সোণমাই বায়েকৰ অৱস্থা দেখি ওচৰৰে গাঁও এখনলৈ পলাই গল। ৰাজুয়ে দেউতাকৰ প্ৰায় সকলো সম্পত্তি মদ-ভাং খায়ে উৰুৱালে। ৰাজুৰ মাকো বুঢ়ী হৈ আহিল।

মইনা আৰু মণ্টু ডাঙৰ হ'ল, পুৰঠ হ'ল, জ্ঞানী হ'ল। মইনাই বি-এ পঢ়ি থকাৰপৰাই ঘৰুৱা টিউচন কৰি কৰি পিছত এম-এ পাছ কৰিলে আৰু তাই পঢ়া স্কুলখনতে চাৰি বছৰমান শিক্ষকতা কৰিলে। তেনেকৈয়ে ঘৰৰ অৱস্থা কিছু টনকীয়াল হ'ল। ইতিমধ্যে মণ্টু বি-এছ-চি পাছ কৰি বেংকৰ চাকৰিত সোমাল। মইনাও কলেজ এখনত সোমোৱাৰ চেষ্টা কৰি থাকোঁতেই টাউনৰ ভাল পৰিয়ালৰ প্ৰফেচাৰ ল'ৰা এজনৰ লগত তাইৰ বিয়াহৈ গ'ল। মণ্টুয়ে চাকৰিটো পোৱাৰ পিছতে দেউতাকক ইচ্ছাকৃতভাৱে চাকৰিৰপৰা অৱসৰ লোৱাৰ ব্যৱস্থা কৰিলে।

******

বিয়াৰ ওলহ মালহ। কাম কৰাই কাম কৰিছে। খোৱাই খাইছে, নাচ-গান কৰাই নাচ গান কৰিছে। চোতালত ৰাইজৰ জাউৰিয়ে জাউৰিয়ে নাম। আনফালে বিয়া নাম, চাদৰ ওপৰত আলহী খুওৱাৰ ব্যৱস্থা। কোনোবা লহপহীয়া গাভৰু

কামৰ তাৰণাত লৰি ধাপৰি চিঞৰিবে অহা যোৱা কৰোঁতে কোনোবা চফল ডেকাক মৰা খুন্দাটোৱে ডেকা গাভৰুৰ প্ৰেমৰ পিৰপিৰণি তোলাৰ উখল-মাখলত বিয়া ঘৰ উদুলী মুদুলী। পেঁপা আৰু কালীৰ মাতে ৰজনজনাই আছে। মানুহৰ মুখে মুখে বিয়াৰ গুণ কীৰ্ত্তন—'খোৱা বোৱাবোৰ ভাল হৈছে, উন্নত হৈছে, মাক বাপেকৰ কপাল ল'ৰা -ছোৱালী ভাল হোৱাটো। বিয়া খাই উভটি যোৱা মানুহৰ কথোপকথনে ওচৰ চুবুৰীয়া দুই একৰ কাণ চুই গৈছে। মাক দেউতাকে হাতযোৰ কৰি মুখত মধুৰ অথচ শংকা মিহলি হাঁহি এটি লৈ সকলোকে আদৰিছে, বিদায় দিছে। মধুৰ হাঁহিটোত শংকা মিহলি এই কাৰণেই যে—বিয়াখন সুকলমে পাৰ হৈ যায় নে নাযায়। মইনাৰ গাত তত নাই। একমাত্ৰ মৰমৰ ভায়েক মণ্টুৰ বিয়া--বেংকৰ অফিচাৰ। ছোৱালীও ধুনীয়া, শিক্ষিত। নতুনকৈ এইখন ঠাইলৈ অহা 'গ্ৰামীন বিকাশ বেংক'ৰ চাকৰিয়াল মণ্টুৰ সহকৰ্মী বন্ধুজনো ঘৈণীয়েকৰ সৈতে এইকেইদিন বিয়াৰ কামত ব্যস্ত। কামৰ মাজতে তেওঁ চিঞৰি উঠিল—'মইনা বাইদেউ গৰম চাহ একাপ আমাকো খুৱাব'—কথাষাৰত মূৰ জোকাৰি শলাগি মইনাই কাম পাচি থকা মানুহগৰাকীক চাহ আনিবলৈ ক'লে, মানুহগৰাকীয়েও হাঁহি এটা মাৰি চাহ আনিবলৈ গ'ল। মানুহগৰাকী আদহীয়া বয়সৰ, বিয়া হৈছে নে নাই—মইনাই ভাবিলে। এই কেইদিন বিয়া ঘৰৰ প্ৰায় আটাইবিলাক কাম তেওঁৱেই কৰি আছে—স্বাস্থ্য একেবাৰে বেয়া, হয়তো খোৱাৰ অসুবিধা—নহলেনো এনেকৈ হাজিৰা হিচাপত কাম কৰিবনে। অৱশ্যে পইচা কেইটা দিও বেয়া নালাগিব--মানুহগৰাকীয়ে বৰ খাটিছে। মানুহগৰাকীৰ যদি বিয়া হৈছে তেন্তে হয়তো গিৰিয়েক ঢুকাইছে—কাৰণ কপালত ফোট সেন্দুৰ একোৱেই নাই—আৰু যদি বিয়া হোৱা নাই তেন্তে হয়তো তেওঁ অকণমান চখ কৰিবলৈও অসমৰ্থ।

'মইনা চাহ দুকাপ লোৱা'—চিনাকি মানুহৰ দৰে নাম কাঢ়ি মতা দেখি মইনা আচৰিত হ'ল—মনে মনে ভাবিলে হয়তো মাকহঁতে মাতি থকা শুনিছে আৰু মানুহগৰাকী তাইতকৈ যথেষ্ট ডাঙৰ হব—মইনাই একো অসন্তুষ্টি অনুভৱ নকৰিলে। এনেও তাইৰ অন্তৰখন বৰ সৰল।

লাহে লাহে বিয়াৰ উখল-মাখল, উদুলী-মুদুলী কমি আহিল। দৰাৰ লগত যোৱা বাছ দুখনো আহি পালেহি। মইনাৰ গাড়ীখনত দৰা যাব—সেয়েহে ভিনিয়েকে বৰ সুন্দৰকৈ সজাই পৰাই থৈছে। দৰা নোৱাবৰ সময় হৈ আহিল—দৰাই ভিতৰলৈ গৈ নোৱনীলৈ সাজু হবৰ সময়তো মানুহে মাত লগাবলৈ আহিয়েই আছে—

সকলোৰে বেলেগ বেলেগ মন্তব্য—'ইচ্ছাম বৰ বেয়া সময়ত আহিলোঁ, বেয়া নাপাবা', তোমালোকৰ লগ্নৰ সময় কেতিয়ানো? বিশেষ অসুবিধাৰ কাৰণে চিঠিৰ সময়টো ৰক্ষা কৰিব নোৱাৰিলো—বেয়া নাপাবা' —ইত্যাদি। মণ্টুৱে সৰল হাঁহি এটিৰে সকলোৰে অভিযোগবিলাক মানি ললে।

দৰা ওলোৱাৰ সময় হ'ল। দুয়োখন বাছতে মানুহ ভৰি পৰিল। ডেকা-গাভৰুৰ সাজোন কাচোন চাব লগীয়া হৈছিল। কোনোবা গাভৰুয়ে কোনোবা ডেকাৰ মন জানিবলৈ প্ৰস্তুত হৈ ওলাইছে। কোনোবা ডেকাই আকৌ কইনা ধৰা গাভৰুৰ মুখ চাবলৈ ওলাইছে। দুই এজনে কোৱাও শুনা গৈছে—'কইনাৰ ভনীয়েক বোলে বৰ ধুনীয়া' সেয়েহে তাইকো চাবলৈ দুই এজন ওলাইছে। মইনা ওলাইছে ভায়েকৰ বিয়াখন কোনোমতে অপায়-অমঙ্গল নোহোৱাকৈ পাৰ কৰি আনিবলৈ। চাৰিওফালে হুৰমুৰ লাগিছে—দৰাৰ লগত নিয়া বস্তুবিলাক গাড়ীত তুলিলেনে নাই, দৰাৰ ভৰি ধুওৱা ছোৱালীজনীক কি দিব'? দৰাৰ 'মালা' আৰু 'মুৰীয়া' কেইটা ঠিকমতে লোৱা হৈছেনে নাই ইত্যাদি ইত্যাদি.....।

মইনা এইবিলাকত ব্যস্ত থকাৰ সময়তে কাম কৰা আদহীয়া মানুহজনী আহি মইনাক ক'লেহি—

"তোমাৰ পুৰণি কাপোৰ আছে যদি মোক এযোৰ দিবানে? মোৰ কাপোৰ নাই কাৰণেহে দৰাৰ লগত ওলোৱা নাই" মইনাৰ মনে মনে খং উঠিল যদিও, একেবাৰে সন্তৰ্পণে খংটো সামৰি ৰাখি ক'লে—

"মই বাৰু তোমাক এযোৰ কাপোৰ দিম, কিন্তু; তুমি দৰাৰ লগত যাব নালাগে, কাৰণ দৰা ঘূৰি অহালৈ আটাইখিনি কাম চম্ভালি থব লাগিব নহয়। দৰা কইনা আহি পোৱালৈ ৰান্ধনী ঘৰত ভাতে আঞ্জাৰে ভৰপূৰ কৰি থব লাগিব আৰু সিহঁত আহি সেই ভৰা চৰুৰ ভাত-আঞ্জা চাব লাগিব নহয়—সেয়া জানো আমাৰ অসমীয়া মানুহৰ নিয়ম নহয়?" মানুহগৰাকী কিন্তু সন্মত হ'ল। মইনায়েও তাইক এযোৰ কাপোৰ দিয়াৰ প্ৰতিশ্ৰুতি দি – ৰজনীগন্ধাৰে সু-সজ্জিত কৰি থোৱা গাড়ীখনত উঠি দৰাৰ লগত কইনা আনিবলৈ ৰাওণা হ'ল——।

বিয়াখন সুকলমে পাৰ কৰি কইনা লৈ ঘৰলৈ উভতি আহি—মইনাই নিজেই-– ভাবি থোৱা ধৰণেই ঘৰখন পালেহি মাক বুঢ়ী হোৱাৰ কাৰণে সেই আদহীয়া মানুহগৰাকীয়ে ঘৰৰ ৰন্ধা বঢ়াকে আদি কৰি ঘৰৰ আটাইবিলাক কাম কৰি নিয়াৰিকৈ থৈছে। মইনাৰ মানুহগৰাকীৰ প্ৰতি বৰ সহানুভূতি জন্মিল। বাহী বিয়াৰ যি দুই

এক নিয়ম সেই সকলোবিলাক সমাধা কৰি –কিছু মানুহ ঘৰা ঘৰি গল। বাকী থকা সকলেও যিয়েই য'তেই পাৰে টোপনি যোৱাৰ ব্যৱস্থা কৰিলে। মইনাই টোপনি যোৱাৰ কথা ভাবিলে যদিও, মানুহগৰাকীৰ লগত কিছু কথা পাতিবলৈ মন গ'ল আৰু তাই ওচৰ চাপি আহি সুধিলে–

"তোমাৰ ঘৰত কোন কোন আছে?" ঘৰ বাৰু ক'ত? ইত্যাদি প্ৰশ্নবিলাক সুধিব ধৰিলে—

মানুহগৰাকীয়ে মিচিকীয়া হাঁহি এটি মাৰি ক'লে—"তুমি তাৰমানে মোক চিনি পোৱা নাই?"

"নাইতো আকৌ"

'মনত পেলোৱা চোন বাৰু?'

মইনা আচৰিত হ'ল–এই মানুহজনীয়ে মোক ইমান চিনাকিৰে দৰে কিয় কৰিছে–তাই ভাবিলে।

"তুমিয়েই কোৱাচোন বাৰু—তুমি কোন"

"কিয়, তোমাৰ ৰূপমা বাইদেউৰাক মনত নাই?"

" ৰূপমা মানে ধীৰেন বৰদেউতাহঁতৰ ৰূপমা বাইদেউ?

"অ ময়েই সেই ৰূপমা বাইদেউ!"

মইনা হতভম্ব হ'ল-পলকতে তাইৰ মনটো তাহানিৰ দিনলৈ উৰা মাৰিলে—

এইজনী ৰূপমা বাইদেউৱে ধুনীয়া ধুনীয়া কাপোৰ পিন্ধি মূৰত ৰঙা নীলা কিলিপ মাৰি—মাৰ লগে লগে সিহঁতৰ ঘৰলৈ গ'লে আমাক বাৰাণ্ডাৰ চুকতে সৰু পীৰা এখন পাৰি বহিব দিয়ে। মণ্টু আৰু মোৰ হাতত দুখন মান বিস্কুট খাবলৈ দি ক'ব——"ঐ–'বিস্কুটৰ গুৰি নেপেলাবি দেই, লেতেৰা হ'ব আৰু মানুহ বহা কোঠালিৰ ফালে নাযাবি"—

আমি দুইটাই কুঁচি-মুচি মাৰ লগতে বহি থাকো—সেই আগৰ ৰূপমা বাইদেউ আৰু আজিৰ ৰূপমা বাইদেউৰ মাজত এয়া কি দেখা পালে—তাই নিজৰ চকুকেই বিশ্বাস কৰিবলৈ টান পালে।

–"হেৰা মইনা,–কি ভাবি আছা?"

–অ' নাই একো ভাবা,–মইনা জিকাৰ খাই উঠিল।

নিজকে কিছু সংযত কৰি ক'লে—

–"কোৱাচোন ৰূপমা বাইদেউ–তোমালোকৰ ঘৰৰ কথা?"

—"দেউতা কেতিয়াবাই ঢুকাল। মাও অলপতে ঢুকাল"।

—"ৰাজু দাদাৰ খবৰ কি?" মইনাই সুধিলে।

—"তাৰ খবৰ বুলিবলৈ—বিয়া কৰালে—ছোৱালী তিনিজনী ল'ৰা এটা।"

—"সিহঁতে পঢ়াশুনা কৰিছেনে?"

"পঢ়াশুনা বাদ দিয়া, খাবলৈকে নাপায়। সি দেউতাৰ মাটি সম্পত্তি সকলো বেচি বেচি নাইকিয়া কৰিলে। মদ খাই নিজেও মৰো মৰো—বিছনাৰ পৰা উঠিবই নোৱাৰে। দেউতাই তাহানিতে বনোৱা ঘৰটোতে কোনোমতে তালি তাপলি মাৰি আছে আৰু।"

"সোণমা বাইদেউ একা?"

"তাই কোনোমতে পেটে ভাতে খাই আছে—ল'ৰা-ছোৱালী তিনিটা।"

মইনাৰ মনটো বৰ বেয়া লাগিল। তাই সংসাৰৰ ব্যস্ততাত—গাঁৱৰ মানুহখিনিলৈ পাহৰিয়েই গৈছিল। তাইৰ ল'ৰা-ছোৱালী হালক ভালদৰে গঢ় দিয়াত, গিৰিয়েকৰ পৰিচৰ্য্যাত তাই ঘৰলৈ আহিবলৈ সময়েই নাপায়। বছৰত এবাৰ দুবাৰ কেতিয়াবা আহিলেও ফুৰা চকা কৰিবলৈ সময়েই নাপায়, ইচ্ছাও নকৰে। বহুত দিনৰ মূৰত অহা বাবে মাক, দেউতাক, ভায়েকৰ লগতে কটায়। গতিকে মইনাই গাঁওখনৰ খবৰ ৰাখে যদিও, তন্ন তন্নকৈ সকলোৰে খবৰ নাপায়।

গধুৰ মনটোৰে মইনা ভিতৰলৈ গ'ল—ৰূপমাই এই কেইদিন কাম কৰা বানচৰ লগতে বিয়াত উঠা দুটা মান পেকেট আৰু এযোৰ চাদৰ মেখেলা আনি ৰূপমাৰ হাতত দিলেহি। আকৌ এবাৰ ভিতৰলৈ গৈ ৰাজুৰ ছোৱালী কেইজনীলৈ নিজৰ জীয়েকৰ কেইযোৰমান পুৰণা চুৰিদাৰ কামিজ তাইৰ হাতত দি বিদায় দিলে। কাপোৰৰ টোপোলাটো আৰু পইচাখিনি হাতত লৈ হাঁহি মুখেৰে ৰূপমা ঘৰলৈ উভটিল। মইনাই ৰূপমা চকুৰ আৰ নোহোৱালৈকে ৰ' লাগি চাই ৰ'ল। ❑

卍 卍 卍

# তোমাৰ মূল্য এৰাতিৰ

আজিও সেই একেই কথাৰেই পুনৰাবৃত্তি। সময় পাৰ হৈ গৈ আছে..। বিচিত্ৰ পৰিবৰ্তন-সময়ৰ, পৌৰাণিকৰপৰা আধুনিক, আধুনিকৰপৰা অত্যাধুনিকৰ, অবাস্তৱৰপৰা বাস্তৱৰ, সমাজৰ, জীৱনৰ, নিয়ম নীতিৰ, আচাৰ-ব্যৱহাৰৰ, সাজ পোছাকৰ—সকলোৰে আমূল পৰিবৰ্তন। পৰিবৰ্তন হোৱা নাই কেৱল প্ৰভেদৰ, নাৰী-পুৰুষৰ, নাৰীৰ ওপৰত নিৰ্য্যাতনৰ, অবিচাৰৰ। প্ৰতি পদক্ষেপতে সহায়, চেনেহ আৰু ত্যাগৰ জলন্ত নিদৰ্শন দেখুওৱা নাৰীয়েই প্ৰতিদানত অপৰাধকে মূৰ পাতি লব লগা হৈ আছে আজিও, এতিয়াও—।

মই তেতিয়া একেবাৰে সৰু ছোৱালী। বয়স সাত, আঠ বছৰ মান হ'ব। সংসাৰখনক বুজি পোৱা হোৱাই নাছিলোঁ। মোৰ জন্মস্থান —ধুনীয়া পদুমণি গাঁওখন। এই পদুমণি গাঁও নামটোৰও এটি সৰু কাহিনী আছে—এবাৰ আমাৰ গাঁৱৰ কাষেৰে বৈ যোৱা বিলখনৰ পানী বাৰিষা কালত সৰু পথাৰ বালিকা স্কুলৰ কেকুৰিটোৰ ফালে আগবাঢ়ি গৈ এটি পুখুৰীৰ আকাৰ ল'লে, তাতে স্কুলৰ মাটিখিনি দান কৰা মঙ্গলু গাঁওবুঢ়াই পদুম ৰুই দিলে আৰু তেতিয়াৰপৰাই সেই পুখুৰীটোৰ নাম পদুমণি বিল আমাৰ গাঁওখনিৰ নাম হেনো (সৰুপথাৰ) পদুমণি গাঁও হ'ল। সেই সময়ত এই পদুমণি গাঁৱৰ নামঘৰত মাহত দুবাৰকৈ মেল বহে। সেই মেলত আতৈ ককায়ে পিতাইক বাৰেপতি জৰিমনা ভৰায়, তথাপি পিতাইৰ লাজ নাই--আগৰ মাহৰ কথা পিছৰ মাহত পাহৰি যায় খণ্ডৰ ভমকত। গোটেই গাঁওখনত যি পৰিস্থিতি ওপৰতে পিতাইৰ খং উঠক, নহলে বা পিতাইৰ দিনটো কৰা কামৰ কোনোবা এটাত যদি বিজুতি ঘটি পিতাইৰ খং উঠে—তেন্তে সেই খণ্ডৰ ভমক

তুলিব আইৰ ওপৰত। চৰ, ভুকু, গোৰ আদি আইৰ বাবে একোৱেই নহয়—যেতিয়া ফলাবাহেঁৰে আইৰ পিঠি ফালি দিয়ে তেতিয়া আয়ে কান্দি থাকে। বুকুত মেঠনী মাৰি পিন্ধা মেখেলাখন পিন্ধিবলৈ আয়ে তেতিয়া বৰ কষ্ট পায়। মই তেতিয়া বহুত সৰু আছিলো যদিও, বালি গৰম কৰি ফটা কাপোৰত বান্ধি আইক সেক্ দিওঁ। আয়ে বৰ আৰাম পায়। তেজ ওলালে নাৰ্জি ফুলৰ পাত ঘঁহি দিওঁ। মই তেতিয়া এই বিলাক একো বুজি নাপাওঁ—আয়েও বুজি নাপায়—হবলা!—কাৰণ পিতায়ে আগদিনা মাৰি পিঠি ফালি দিয়ে, পিছদিনা আকৌ পিতাইক হাঁহি মাতি কথা কয়। পিতাইৰ ভাত খোৱা পলম হলে আয়ে পিতাইলৈ বাট চাই ভাত নোখোৱাকৈ পদুলি মুৰত ৰৈ থাকে। অনবৰত আয়ে পিতাইৰ কথাকেই চিন্তা কৰি থাকে— মোক কয় —"পিতায়েৰে নো আৰু কিমান কাম কৰিব, মাহে, সৰিয়হে গোটেই সোপা লগাই লৈছে—এটা কামলাৰে ক'ত কাম চলে—ককায়েৰো ঘৰ এৰি গ'ল নহয়—এই বাপেক পুতেকহালৰ ৰাহি-যোৰ নাহে আৰু"।

মোৰ ককাই ধনবৰ। সিও পিতাইৰ নিচিনাই খঙাল। পঢ়া শুনা এৰি কামত ধৰিলে—পিতাইৰ সমানে সমানে সিও কামিলা। আয়ে কোৱামতে তেতিয়া তাৰ বয়স বিশ বছৰ হোৱাই নাছিল—সি কিন্তু মোৰ লগত পঢ়া কণফুলৰ বায়েক জেতুকীক পলুৱাই আনিলে। পিতায়ে--খং কৰা বাবে ঘৰৰপৰা ওলাই আমাৰ বকুল তলৰ মাটি ডৰাতে চালিঘৰ এটা বনাই আছেগৈ। মই আৰু আই মনে মনে তালৈ যাওঁ। পিতায়ে সেইবিলাক কথা গম নাপায়। পিতায়ে কিন্তু মোক বৰ মৰম কৰিছিল। গধূলি হলে এবাৰ বোকোচাত লবই। গধূলি আয়ে ভাত ৰান্ধি থাকোঁতে পিতায়ে ময়ে চোতালত ঢাৰি পাৰি বহি থাকো আৰু তেতিয়া মোক সাধু কয়। আয়ে ভাত হলে পীৰা পাৰিব মাতে। দদাইহঁতক ভাত খাবলৈ মাতিব দিয়ে—আমাৰ দদাই দুটা বৰ 'ধদুৱা' কাম কাজ নকৰে, ঘূৰি ফুৰে, জুৱা খেলে। পিতাইলৈ বৰ ভয় কৰে—সেইবাবে পিতাইৰ লগত মজিয়াত ভাত নাখায়। আয়ে সিহঁতৰ কোঠালিতে ভাত দিয়েগৈ। আমাৰ এটা দদাইৰ নাম ৰবি হালৈ আৰু আনটো দদাইৰ নাম কামদেৱ হালৈ। পিতাইৰ নাম আকৌ হোমেশ্বৰ হালৈ। সৰু দদাই এবছৰ কলেজত পঢ়িছিল, উচ্ছ মাধ্যমিকৰ প্ৰথম বৰ্ষ। পিছত পঢ়া বাদ দিলে যদিও, সি মোৰ পঢ়াশুনাত বৰ জোৰ দিয়ে আৰু কিবাকিবি শিকায়ো দিয়ে। এয়া মোৰ সৰু কালৰ ঘটনা আছিল।

মই লাহে লাহে ডাঙৰ হলো—নৱম মান শ্ৰেণী পাওঁতে ডাঙৰ দদাইৰ বিয়া পাতিলে, গাঁৱৰে ছোৱালী, পঢ়াশুনা নাজানে। বিয়াখন পিতায়ে সাধাৰণ ভাৱে পাতিলে। ৰাইজক মাটিমাহৰ দাইল আৰু কাঠ আলু আঞ্জাৰে ভোজ খুৱালে। ডাঙৰ দদাইৰ এবছৰৰ পিছতেই সৰু দদাইৰো বিয়া হ'ল।

সৰু খুৰী দূৰৈৰ গাঁৱৰ গাঁওবুঢ়াৰ ছোৱালী। দদাইৰ লগতে এবছৰ কলেজত পঢ়িছিল। দুয়োজনৰ চিনাকিও আছিল। এদিন খুৰীৰ দেউতাকে দিন বাৰ চাই খুৱাইঁতক আৰু দেউতাক কাছাৰীলৈ মাতি তাতে দুয়োজনৰে "কৰ্ট মেৰেজ" কৰাই দিয়ে—তাৰ পিছত ঘৰলৈ আনি ৰাইজক মাছেৰে ভোজ খুৱায়।

লাহে লাহে সকলো ব্যৱস্থাৰ সলনি হ'ল। খুৰী দুগৰাকী আৰু মায়ে লগ লাগি কাম বিলাক কৰা হ'ল। দদাইহঁতেও লাহে লাহে কাম বনত লগা হ'ল। খেতি পথাৰ ভালকৈ চম্ভালে-সেইবাবে ঘৰৰ অৱস্থাও আগতকৈ বহুত ভাল হ'ল। খুৰীহঁতৰ লগত অনা বস্তুৰে ঘৰখন ধুনীয়াকৈ সজাই থয়। মুঠতে আমাৰ ঘৰখনৰ পৰিবেশ আগতকৈ উন্নত হল। মই ডাঙৰ হ'লো-বি এ ক্লাছৰ ছাত্ৰী। আই পিতাই বুঢ়া হ'ল। পিতায়ে আগৰদৰে আইক মাৰিবলৈ বল নোহোৱা হ'ল। এতিয়া পিতায়ে আমাৰ লগত কথা বতৰাত অলপ সহযোগ কৰে-সেয়েহে চল পাই ঘৰৰ আটায়ে পিতাইক ধৰি আছিলো ককাইক ঘৰ চপাবলৈ। এদিন পিতাই মান্তি হ'ল আৰু ককাইক ঘৰ চপাই অনা হ'ল। ককাই ঘৰলৈ অনাৰ এমাহ পিছতেই আমাৰ বংশধৰ কণমানি ল'ৰা এটিৰ জন্ম হ'ল। আমি গোটেই ঘৰখনে বৰ আনন্দ পলোঁ। লাহে লাহে ডাঙৰ খুৰীৰ দুটা ল'ৰা এজনী ছোৱালী, সৰু খুৰীৰ এঁজনী ছোৱালী জন্ম হ'ল। আই-পিতাই আজিকালি সিহঁতৰ লগতে ব্যস্ত থাকে।

পিতায়ে মাজে মাজে মোৰ বিয়াৰ কথা উলিয়াই থাকে—'কলেজতো শেষ হলেই তাইৰ বিয়াখন পাতিব লাগিব,—মই মৰি থাকিলে মনৰ আশা মনতে মাৰ যাব' আয়েও মোক মাজে মাজে গালি পাৰি থাকে— কাম শিকিবলৈ, বিয়াৰ বয়স হৈ অহাৰ কাৰণে—। মই পিছে কাম কৰিবলৈ সিমান ভাল নাপাওঁ-পঢ়াশুনা কৰিহে ভাল পাওঁ। খুৰীহঁতে আৰু বৌয়ে মোক কাম কৰিবলৈ নিদিয়ে—

"আমি থাকোঁতে তুমি কাম কৰিব নালাগে, পঢ়া শুনা কৰিলেই হ'ব, যোৱা"।

আই পিতায়ে বিয়া বিয়া কৰি থকা কাৰণেই নেকি বিয়াৰ দুই এটা খবৰ আহিছে—আমাৰ গাঁৱৰে মাষ্টৰ ল'ৰা দুজন আহিল। দদাই আৰু ককাইদেউহঁতে

মোক গাঁৱত বিয়া দিবৰ মন নাই বাবে বিয়া নহ'ল। কিন্তু, এদিন হঠাৎ সৰুখুৰীৰ দেউতাক গাওঁবুঢ়া দেউতাৰ লগত এজন বঙালী বন্ধু আহিল—নামটো সুকুমাৰ কুণ্ডু। তেখেতৰ পুতেকলৈ মোক বৰকৈ ধৰিলে—গাওঁবুঢ়া দেউতায়ো কথাটোত সন্মতি প্ৰকাশ কৰিলে কাৰণ তেওঁ বন্ধুৰ ঘৰত খাই মেলি থাকি অহা—তেওঁলোকৰ আচল ঘৰ যদিও কলিকতাত, অসমত বহুত দিন থাকি সকলোবিলাক অসমীয়াৰ দৰেই হৈ পৰিছে। তেখেতসকলৰ আগ্ৰহ দেখি দেউতাই ল'ৰাজনক এবাৰ চাব খুজিলে—ল'ৰাৰ নাম সম্ৰাট কুণ্ডু—এটা বিদেশী কোম্পানীত কাম কৰে। খবৰ পাই সম্ৰাট আহি ওলালহি। সম্ৰাটক দেখাৰ পিছত দেউতাই মোক বিয়া দিবলৈ সন্মত হ'ল। সম্ৰাট ধুনীয়া, কথা-বতৰাও ভাল। তেওঁক দেখিলে বঙালী অসমীয়াৰ প্ৰভেদ ধৰিব নোৱাৰি। মোৰো সম্ৰাটক ভাল লাগিল। গতিকে মই বি. এ টো পাছ কৰাৰ পিছতেই সম্ৰাটৰ লগত মোৰ বিয়া হৈ গ'ল। বিয়াৰ ছমাহ পিছতেই সম্ৰাটৰ কোম্পানীটোতে মোৰ চাকৰি এটা হ'ল। আমাৰ সংসাৰখন টনকীয়াল হ'ল। দুয়ো দুয়োকে বেছ ভাল পাইছিলোঁ—আমি দুয়ো বৰ সুখী আছিলোঁ। সকলো কামতে দুয়ো দুয়োকে সহায় কৰিছিলোঁ। শহুৰৰ ঘৰখনে মোক আদৰি লৈছিল। মা-বাবা (সম্ৰাটৰ মাক দেউতাক) বৰ মৰমীয়াল মানুহ—মোক বোৱাৰী নহয়—নিজৰ জীয়ৰীৰ দৰে চাইছিল। দীঘলীয়া বন্ধ পালে আমি দুয়ো আমাৰ গাঁৱৰ ঘৰলৈকো দুই এদিনৰ বাবে আহিছিলো—আমাৰ ঘৰৰ মানুহবিলাকৰ আনন্দৰ সীমা নোহোৱা হয়, ভতিজা কেইটাও ডাঙৰ হৈছে, 'পেহী আহিছে' বুলি বৰ ভাল পায়। আই পিতায়ে যে কিমান সুখ পায়।

এইবিলাক সুখৰ উপৰিও আমাৰ দুয়োখন ঘৰে অতি বেছি সুখ পালে-যেতিয়া মই বিয়াৰ এবছৰৰ পিছতেই অন্তঃসত্বা হলোঁ। কোনো ধৰণৰ অসুবিধা নোহোৱাকৈ মই দহ মাহ দহ দিনত এজনী কন্যা সন্তান জন্ম দিলোঁ। আমাৰ ঘৰ দুখনৰ লগতে আমি দুয়ো বৰ আনন্দ পালো— মই তাইৰ মুখখন দেখাৰ লগে লগেই আত্মহাৰা হৈ পৰিছিলোঁ—অকণমানি জনীক যেতিয়া নাৰ্চে কাপোৰেৰে মেৰুৱাই মোৰ কোলাত দিছিলহি—মই কি যে এটা ঐশ্বৰিক প্ৰশান্তি অনুভৱ কৰিছিলো। সম্ৰাট আৰু মা-বাবাৰ মনটো অলপ সেমেকি আছিল, তেওঁলোকে ল'ৰা হোৱাহেঁতেন বেছি আনন্দ পালেহেঁতেন!— যিয়েই নহওঁক কণমানি 'সোনাই সকলোৰেপৰা আদৰেই পালে। 'সোণা' নামটো শাহু মায়ে দিয়া নাম—আচল নাম

সুবৰ্ণ কুণ্ডু। সুবৰ্ণ তিনিবছৰ বয়সতে বাইদেউ হ'ব লগা হ'ল—কাৰণ সম্ৰাটক সোনকালে এটা ল'ৰা লাগে। গতিকে সোণা সৰু হৈ থাকোঁতেই মই আৰু এটি সন্তানৰ জন্ম দিলোঁ। সেইটোও মোৰ কন্যা সন্তানেই হ'ল। সম্ৰাটৰ ঘৰখনত হাহাকাৰ লাগিল। সম্ৰাটে মোৰ ছোৱালীজনীক এবাৰো নাচালে—অৱশ্যে মোৰ গৰ্ভত থাকোতেই সম্ৰাটে তাইক চাবলৈ ডাক্তৰৰ লগত পৰামৰ্শ কৰিছিল, মই কিন্তু মান্তি নহ'লো, কাৰণ মোৰ সম্ৰাটৰ ওপৰত অলপ সন্দেহ হৈছিল।

দিন বাগৰি গ'ল, মোৰ কণামনি 'মনা'ও ছমাহত ভৰি দিলে। সোনা এতিয়া স্কুললৈ যায়। মই, মনা জন্ম হোৱাৰ বহুত দিন পিছতহে চাকৰিত যোগ দিলোঁ। সম্ৰাটক লাহে লাহে মোৰ আগতকৈ বেয়া হোৱা যেন লাগিল। মনাক তেওঁ অলপো মৰম নকৰে আৰু একো খবৰ বাতৰিও নলয়। মই পিছে এই সম্বন্ধে সম্ৰাটৰ লগত কোনো আলোচনা নকৰোঁ। মই বুজিও নুবুজাৰ ভাওঁ ধৰি সকলোবিলাক নিজহঁতে সুকলমে গ্ৰহণ কৰিছিলো। খোৱা, পিন্ধা, স্বাস্থ্য আদি মনাৰ সকলো বিষয়তে মই বেছি সজাগ হৈ পৰিছিলোঁ। মই তাইক বাপেক-মাক দুয়োৰে মৰম দিছিলোঁ। লাহে লাহে মনা ডাঙৰ হ'ল, এটা দুটা কথা কয়—তাই 'সোনা'ত-কৈ বেছি ধুনীয়া। সোণাই যি কাম কৰে তায়ো তাকেই কৰিবলৈ বিচাৰে। সোনাক দেখি তায়ো দেউতাকক বাবা বুলি মাতে। সম্ৰাটে কিন্তু অনিচ্ছাকৃত হাঁহি এটি মাৰি আঁতৰি যায়। মোৰ মনটোৱে হাহাকাৰ কৰি উঠে খঙত মই অতিষ্ঠ হৈ যাওঁ। তথাপি মই নিজকে চম্ভালি ৰাখো-সম্ৰাটক কোনো প্ৰতিবাদ নকৰোঁ। আমি গতানুগতিক ভাৱেই চলি আছিলোঁ... কিন্তু, এদিন মোৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গ'ল।

সেইদিনা আছিল শনিবাৰ, সম্ৰাটৰ অফিচ বন্ধ, মই অৱশ্যে 'মনা'ৰ জন্মত বহুত দিন ছুটি লোৱাৰ বাবে শনিবাৰেও কাম কৰিব লগা হৈছিল। সেইদিনা দুপৰীয়া 'মনা'ৰ জ্বৰ উঠিছিল—জ্বৰ বেছিয়েই। কাম কৰা মানুহগৰাকীয়ে মোৰ অফিচলৈ ফোন কৰিলে। মই সম্ৰাটক ক'বলৈ ক'লো। সম্ৰাটে কিন্তু কোনো গুৰুত্ব নিদিলে। মই অফিচৰ প্ৰয়োজনীয় কামখিনি শেষ কৰি লৰালৰিকৈ ঘৰলৈ ঢাপলি মেলিলো। ঘৰ আহি পাই দেখিলো কাম কৰা মানুহগৰাকীৰ কোলাত মনা জ্বৰত কঁপি আছে। ইফালে সোণা আৰু সম্ৰাট টোপনিত লাল কাল। মই লৰালৰিকৈ ৰিক্সা এখন মাতি তাইক হস্পিতাললৈ লৈ গলোঁ। ডাক্তৰে চাই মেলি ঔষধ

দিলে—দুঘণ্টা হস্পিতালত ৰখাৰ পিছত তাইৰ জ্বৰ কমিল। মই তাইক লৈ ঘৰ পালোহি। সেইদিনা মই সম্রাটক বেয়াকৈ কিছু কথা শুনালোঁ—আৰু সেয়াই আমাৰ জীৱনৰ বিবাদৰ আৰম্ভনী। সেই আৰম্ভণীয়েই যে পিছলৈ এনে এটি ৰূপ লব মই সপোনতো ভৱা নাছিলোঁ। মই লাহে লাহে উপলব্ধি কৰিলো—সম্রাটে যেন তেনে এটি সুত্ৰপাতেই বিচাৰি আছিল। কাৰণ তেতিয়াৰপৰাই আমাৰ মাজত প্ৰায়েই কাজিয়া হৈ থকা হ'ল। যি কোনো সৰু কথা এটাৰ পৰাই আৰম্ভ হৈ পিছত ডাঙৰ হৈ পৰে আৰু শেষত এটি কথাৰেই সম্রাটে বিবাদ শেষ কৰে–

"এটা ল'ৰা জন্ম দিব নোৱাৰিলা - তোমাৰ মাতৃত্বৰ মৰ্য্যদা ক'ত?" মই এনেবিলাক কথাত প্ৰথমে নিমাত হৈ ওচৰৰ পৰা আঁতৰি আহিছিলোঁ। পিছত কিন্তু মই সম্রাটৰ সকালো কথাতে মাত মতা হ'লো, প্ৰতিবাদ কৰা হ'লো—আৰু সেই প্ৰতিবাদৰ প্ৰতিদান স্বৰূপে মোৰ গালত চৰ, পিঠিত ঢকা, আদি পৰিব ধৰিলে। মাজে মাজে মই গোৰ আৰু লাঠিৰ কোব খোৱা হ'লো। সেইবিলাকে কিন্তু মোৰ মুখ বন্ধ কৰিব নোৱাৰিলে—বৰঞ্চ তেওঁৰ অধিকাৰতহে বাধা আহিল। মই তেওঁৰ চৰ, ভুকু, গোৰ আদি সহজভাৱে গ্ৰহণ নকৰিবলৈ ধৰিলো। অসহনীয় প্ৰতিটো কথাতে মই প্ৰতিবাদ কৰা হলো–তেওঁৰ যি কথা কোৱাৰ অধিকাৰ আছে- মোৰও আছে সেই অধিকাৰ। তেওঁ মোক বিয়া কৰাইহে আনিছে, আমাৰ সংসাৰখনৰ দায়িত্বত আমি দুয়ো সমান। পুৰুষ বুলিয়েই যি খুচি তাকেই কৰি যাব আৰু মই বিনাবাক্যে সকলো সহ্য কৰিম- এনে হ'ব নোৱাৰে-এতিয়া মোৰ আইৰ দিন নহয়, পিতায়ে মাৰি পিঠি ফালি দিয়াৰ পিছতো আয়ে পিতাই অহালৈ বাট চাই একো নোখোৱাকৈ থাকে। এতিয়া পুৰুষ মহিলা দুয়ো খোজত খোজ মিলাই চলাৰ সময়। সমাজত পুৰুষে যি যোগ্যতা অৰ্জন কৰিবলৈ সমৰ্থ হৈছে—মহিলায়ো পাছ পৰি থকা নাই। মই ল'ৰা জন্ম দিব নোৱাৰিলোঁ বুলিয়েই যে মই সম্পূৰ্ণ মাতৃত্বৰ অধিকাৰী হব নোৱাৰিম সেইটো হ'ব নোৱাৰে। আজিকালি ল'ৰা ছোৱালীৰ মাজত কোনো পাৰ্থক্য নাই—ল'ৰাই যি কাম কৰিব পাৰিছে, ছোৱালীয়ে তাৰপৰা পিছ পৰি থকা নাই। যি গৰাকী মাতৃৰপৰা পুৰুষৰ জন্ম সেই মাতৃ গৰাকীওতো মহিলাই। ছোৱালীৰপৰা বোৱাৰী আৰু তাৰ পিছত মাতৃ, গতিকে এই মাতৃ অবিহনে সৃষ্টি কেনেকৈ সম্ভৱ?

সেয়েহে মই এতিয়া ছোৱালী দুজনী লৈ বেলেগকৈ থাকোঁ। ভাবিছো -- --সম্রাট আৰু মাক দেউতাকে যেতিয়ালৈকে আমাৰ তিনিওকো আদৰেৰে গ্ৰহণ নকৰে, আমি তেওঁলোকৰ ওচৰ নাচাপো। মোৰ ছোৱালী কেইজনীক মুখৰে একো নকওঁ যদিও, মই সিহঁতক এনেদৰে গঢ়ি তুলিছো--সিহঁতে দেউতাকৰ অনুপস্থিতি অনুভৱেই নকৰে--সিহঁত ডাঙৰ হ'লে নিজেই বুজি পাব--সিহঁতৰ প্ৰতি দেউতাকৰ অৱহেলা। তেতিয়া সিহঁতে নিজকে উপযুক্ত কৰি গঢ়ি তুলিবলৈ সক্ষম হ'ব আৰু এই সংসাৰত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ব।

এতিয়া সম্রাটে মোৰপৰা ডিভোৰ্চ বিচাৰিছে।--মই সম্রাটক অতি সহজেই ডিভোৰ্চ দিম--তেওঁ পুনৰ বিয়া কৰিব, তেওঁৰ ল'ৰা সন্তান জন্ম হ'ব, মাক দেউতাক আৰু সম্রাট সুখী হ'ব। কিন্তু তাৰপৰা মোৰ কি হ'ব! মোৰ কোনো ব্যতিক্ৰম নাই। মই মোৰ ছোৱালী দুজনী লৈ সম্পূৰ্ণ সুখী। সিহঁতৰ মাজত মই এতিয়াই বহুত গুণ দেখিছো, যাৰ কাৰণে সিহঁতে নিজকে প্ৰতিষ্ঠা কৰি এই সংসাৰত মূৰ দাঙি জীয়াই থাকিব পাৰিব, যিটো এগৰাকী কন্যা সন্তানৰ বাবে ল'ৰা সন্তানতকৈ কোনো গুণে কম নহয়। ❐

卍 卍 卍

# "অভিসম্পাত"

এফালৰ পৰা মহটিয়াই কাটি থোৱা গছ ফুল পাতবিলাক দেখি মনটো বৰ বেয়া লাগি গ'ল—বিমলাজনীৰ। সেইবিলাক ফুল পাত ডাঙৰ কৰোঁতে তাইৰ কেইবা বছৰো লাগিছিল! ইফালে আকৌ দেউতাকে ৰোৱা সেই আম কঠালৰ গছবিলাক, সেইবিলাকো—কোনোবা জোপা যদি গুৰিতে কাটিছে, কোনোবা জোপা আকৌ ঠাল-ঠেঙুলি কাটি একেবাৰে নঙঠা কৰি পেলাইছে। এইবাৰ কঠাল জোপাও বৰকৈ মলিয়াইছিল। কঠালৰ ক'লিবিলাকৰ সৈতে বাগৰি থকা গছডাল দেখি তাইৰ বেয়া লগিল—দুবছৰৰ আগতে গছডালে কৰা সহায়ৰ কথা তাইৰ মনত পৰিল—"তাই সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পিছত দেউতাকে এই কঠাল জোপাৰপৰাই এগাড়ী কঠাল বজাৰত বেচিবলৈ নি তাইক কেইশমান টকা হাতত দি কৈছিল—"আই, কলেজলৈ যাবলৈ কিবা প্ৰয়োজনীয় বস্তু দৰকাৰ হব নহয়, কিনি লবি"। তাই নিজৰ প্ৰয়োজনীৰ বস্তুৰ লগতে মাকৰ এটা ব্লাউজ আৰু দেউতাকৰ এটা গেঞ্জিও কিনি আনিছিল। সেইবিলাক কথা ভাবি ভাবি তাই হাতত বাঢ়নীডাল লৈ চোতালৰ মাজ-মজিয়াতে থিয় হৈ আছিল— মণিৰাম দাইটিৰ মাতত চক খাই উঠিল তাই —

"আইজনী বাৰীখন মুকলি হৈছে নে?"

"মুকলিটো হৈছেই, পিছে আটাইবিলাক ফল-মূল নাইকিয়া হ'ল আৰু—"

"হওঁক দিয়া, তোমাৰ বিয়াখন সুকলমে পাৰ হৈ যোৱাৰ পিছতেই আকৌ এইবিলাকৰ ব্যৱস্থা কৰা হ'ব।"

"নহয় দাইটি, এইবিলাক ইমান সোনকালে হোৱা বস্তু নহয়, এইবিলাকে আমাৰ পৰিয়ালটোক আৰ্থিকভাৱে সহায় কৰাৰ উপৰিও—বাৰীখনে আমাৰ ঘৰখনক কিমান শীতল কৰি ৰাখিছিল। বিনা পইচাতে আমি নিৰ্ভেজাল খাদ্য খাবলৈ পাইছিলো—যিবিলাকৰপৰা আমাৰ শৰীৰৰ পুষ্টি সাধন হৈছিল—মই বাৰু নতুন এঘৰলৈ গুচি যাম—কিন্তু মা-দেউতা আৰু বাপুকণৰ বাবেতো এইবিলাকৰ সদায় প্ৰয়োজন হ'ব।"

ঘৰৰ ভেটিটো আৰু বাৰীখনৰ সৈতে বিমলাহঁতৰ মাত্ৰ তিনি কঠা মাটি। ঘৰটো সিমান ডাঙৰ নহয়। টিন পাতৰ কেঞ্চিবাটাম দিয়া ঘৰ, সৰুকৈ এটি ভড়াল ঘৰ, তাঁতৰ শাল, ঢেকীশাল লগতে সৰুকৈ এটি গোহালি ঘৰ- হালৰ গৰু নাই যদিও, দুটি পোৱালিৰে সৈতে দুজনী গাই গৰুও আছে। ঘৰৰ মজিয়াখন পকা কৰিব পৰা নাই--বিমলাই সদায় বগামাটিৰে মচি মচি পকা যেন কৰি পেলাইছে। সোমালেই ভাল লগা ঘৰখন, চাফ্ চিকুণ আৰু পৰিপাটি। বাৰীখনৰ চাৰিও সীমায়ে আম, কঠাল, মধুৰি, নাৰিকল, তামোল-পাণ আদিৰে অতি সুন্দৰকৈ বাৰীখন পাতি লৈছিল বিমলাৰ দেউতাকে। পদুলিমুখৰপৰা ঘৰৰ সন্মুখলৈকে ফুলেৰে জাতিষ্কাৰ কৰি লৈছিল বিমলাই।

গতিকে ইমানবিলাক গছ-গছনিৰে আগুৰি থাকিলে বিয়াৰ 'ৰভা' দিয়া অসুবিধা হ'ব--সেয়েহে গোটেইখন কাটি কুটি বিয়াৰ 'ৰভা' দিয়াৰ ঠাই উলিয়াইছে--কাৰণ, আমাৰ গাঁওবিলাকতটো আৰু টাউনৰ দৰে 'বিবাহ-ভৱন' নাই, গতিকে যি কৰে ঘৰতে কৰিব লাগিব।

বিমলা এইখন গাঁৱৰ সকলোতকৈ আগৰণুৱা ছোৱালী। পঢ়া-শুনা, খেল-ধেমালি, নাচ-গান, ভাওনা-সবাহ আদি সকলো ফালেই তাই পাৰ্গত। একেজনী ছোৱালীৰ গাতে আটাইবিলাক গুণৰ সমাবেশ ঘটিছে। এজনী সাধাৰণ ছোৱালী হিচাপে বিমলা অন্যতম। গাঁৱৰ ল'ৰা, বুঢ়া সকলোৰে মৰমৰ সাদৰী ছোৱালী বিমলা। গাঁৱৰ মানুহৰ মৰম আৰু মাক বাপেকৰ অ-কৃত্ৰিম মৰমে তাইক একেবাৰে সঁচা কৰি গঢ়ি তুলিছে। বিমলা অতি সুন্দৰী নহয় যদিও তাইৰ পটুতা, কাৰ্য্যক্ষমতা আৰু স্বভাৱ চৰিত্ৰই তাইক মনোৰম কৰি পেলাইছে-- সেয়েহে তাইক সকলোৱে সুন্দৰ দেখে। বিমলাহঁতৰ ঘৰখনত মাত্ৰ চাৰিজন সদস্য-- মাক, দেউতাক, ভায়েক আৰু তাই। সৰুৰেপৰা পঢ়াত ভাল কাৰণে স্কুলৰ শিক্ষক সকলেও স্কুলৰ ভাল ৰিজাল্টৰ বাবে তাইৰ ওপৰতেই আশা কৰে,--আনহাতে ঘৰখনৰো তাই ডাঙৰ ছোৱালী, ভায়েক তাইতকৈ বহুত সৰু। মাক গৰাকীও তেনেই হোজা। গতিকে দেউতাক মনোহৰ হাজৰিকাৰ একেবাৰে সৰু চাকৰিটোৰ অলপ দৰমহাৰে ঘৰখন কোনোমতে নিয়াৰিকৈ চলোৱাৰ দায়িত্বও বিমলাৰ ওপৰতেই। বিমলাই কিন্তু স্কুলৰ ঘৰৰ আটাইখিনি দায়িত্ব পালন কৰি প্ৰবেশিকা পৰীক্ষাত চাৰিটা বিষয়ত লেটাৰ লৈ প্ৰথম বিভাগতে পাছ কৰিলে। তাৰ পিছত তাই নিজৰ ঠাইতে নতুনকৈ প্ৰতিষ্ঠা হোৱা কলেজখনতে পঢ়ি আছে।

এইবাৰ উচ্চ মাধ্যমিকৰ পৰীক্ষা দিছে—ৰিজাল্ট ভালেই হ'ব লাগে।— এনেহেন এজনী গুণৱতী ছোৱালীৰ বিয়া তাতে আকৌ চহৰৰ নাম থকা উকীলৰ একমাত্ৰ পুত্ৰৰ লগত। বিমলাৰ হ'বলগা শহুৰেক শ্ৰীযুত গুৰুচৰণ শইকীয়া আৰু তেওঁৰ পুত্ৰ ৰাহুল শইকীয়া—মাক সুনন্দা শইকীয়া। মহিলা সমিতি, লেডিজ ক্লাব, কিতি পাৰ্টি এইবিলাকৰ লগত শ্ৰীমতী শইকীয়ানী বিশেষভাৱে জড়িত। সেয়েহে ওচৰৰ গাঁওবিলাকৰ নাম থকা ছোৱালীবিলাকৰ বিষয়ে তেওঁ কিছুমান সূত্ৰৰপৰা খবৰ ৰাখে। বিমলাৰ খবৰও তেখেতে নিশ্চয় ৰাখিছে। সেয়েহে অজস্ৰ টকা-পইচাৰ ওপৰত ডাঙৰ হোৱা উদণ্ড পুত্ৰৰ বাবে সকলো গুণেৰে পৰিপূৰ্ণ গাঁৱৰ ছোৱালী এজনীৰ কথা ভাবিবলৈ বাধ্য হ'ল। আৰু সেই বাধ্য-বাধকতাৰ মাজত বান্ধ খাই গ'ল বিমলা।

এদিনাখন দুপৰীয়া বিমলাহঁতৰ পদুলিমুখত নতুন মডেলৰ গাড়ী এখন আহি ৰলহি। সেইদিনা আছিল ৰবিবাৰ, বিমলাৰ দেউতাকো ঘৰতেই আছিল। গাড়ী অহা গম পাই তেওঁ বাহিৰলৈ ওলাই গ'ল—। সুনন্দা শইকীয়া নামি আহি সুধিলে— 'এইটো মনোহৰ হাজৰিকাৰ ঘৰ হয়নে?'

'অ' হয় হয় আহক, ময়েই হাজৰিকা'

'অ.' নমস্কাৰ—বুলি কৈ শইকীয়ানীয়ে গাড়ীত থকা পুতেকক মাতি ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

তেখেতসকলক বহিবলৈ দি বিমলাৰ দেউতাকে বিমলাক খবৰটো দিলেগৈ—

বিমলা লৰালৰিকৈ ওলাই গৈ তেওঁলোকক নমস্কাৰ জনাই কি সকামত বা আহিছিল সুধিলে।

'অ' তুমিয়েই নেকি বিমলা?'

'হয় ময়েই'—

'তোমাৰ দেউতাৰ লগতহে অলপ কথা আছিল'—

'বহক তেন্তে, মই দেউতাক মাতি দিছোঁ' বুলি কৈ বিমলা ভিতৰলৈ গ'ল। অলপ পিছত দেউতাক ওলাই আহি শইকীয়ানীৰ লগত প্ৰায় এঘণ্টা মান কথা পাতিলে।

ইতিমধ্যে বিমলাই 'খোলাচাপৰি পিঠা' আৰু 'নাৰিকলৰ লাৰু'ৰে চাহ আনি তেখেতসকলক দিলেহি।

'তুমি বনাইছা' বুলি কৈ শইকীয়ানীয়ে চাহ্ খালে, ৰাহুলেও কেৰাহিকৈ বিমলাক চাই চাহ খোৱাত ব্যস্ত হৈ পৰিল।

কিছু সময়ৰ পিছত তেখেতসকল যাবলৈ ওলাল আৰু বিমলাৰ মাকক মাত লগাবলৈ বিচাৰিলে--বিমলাই লৰালৰিকৈ ভিতৰলৈ গৈ— মাকৰ চুলিখিনি আঁচুৰি --চাদৰখন সলাই তেওঁলোকৰ ওচৰলৈ লৈ আহিল---। ওৰণিখন দীঘলকৈ লোৱা চুটি চাপৰ মানুহগৰাকী শইকীয়ানীৰ আগত থিয় হোৱাৰ লগে লগে তেওঁ নিজৰ চকীখন এৰি দি ৰাহুলৰ লগতে দুজনীয়া চকীখনত বহি পৰিল---দুই এটি কথা পাতি তেওঁলোক যাবলৈ উঠিল।

"আপুনি সোধ-পোছ কৰি অতি সোনকালে খবৰটো জনাব--আমি বৰ আশা কৰিছোঁ--আপুনি খবৰ পঠালেই আমি আহি যাম"---হাজৰিকাক উদ্দেশ্যি কথাখিনি কৈ শইকীয়ানী গাড়ীত উঠিল--ৰাহুলেও সকলোকে মাত লগাই গললৈ।

আলহী যোৱাৰ পিছত দেউতাকে বিমলা আৰু মাকক আলহী যে বিমলাৰ বিয়াৰ প্ৰস্তাৱ লৈ তেওঁলোকৰ ঘৰলৈ আহিছে সেই কথা ক'লে--আৰু কি কৰা যায় সেই কথাও সুধিলে--

বিমলাৰ মাক বৰ সন্তুষ্ট। তেওঁ ভগৱানৰ নাম লৈ দেউতাকক কোনোমতেই না নকৰিবলৈ ক'লে।

দেউতাকে বিমলাৰ সন্মতিৰ কথা সুধিলে--

তাই সেইদিনা একোৱেই উত্তৰ দিব-নোৱাৰিলে। পিছদিনা বহুত চিন্তা কৰি দেউতাকক ক'লে--

"হ'ব দেউতা-- মই ক'ৰবাত থিতাপি লাগিলে বাপুকণে ভালকৈ পঢ়শুনা কৰি মানুহ হ'বলৈ সুবিধা পাব"

ঘৰৰ মানুহখিনিৰ মতামত লোৱাৰ পিছত বিমলাৰ দেউতাকে দুই এজন সম্পৰ্কীয় মানুহ আৰু গাঁৱৰ গাঁওবুঢ়া আৰু মুখীয়াল দুই এজনক কথাটো জনালে আৰু পৰামৰ্শও বিচাৰিলে।---- সকলোৱে কথাটো শুনি আনন্দ পালে, কাৰণ গুৰুচৰণ শইকীয়াৰ নাম বহুতে শুনিছে। তেখেত এজন বৰ গুণী আৰু পণ্ডিত মানুহ। ওকালতিও বৰ ভাল। দুই এজনে মন্তব্য প্ৰকাশ কৰিলে---

"আমাৰ ইমান গুণী ছোৱালীৰ বাবে উপযুক্ত পৰিয়াল হৈছে--"

সকলোৱে অনুমতি পাই মনোহৰ হাজৰিকাই গুৰুচৰণ শইকীয়াৰ ঘৰলৈ

তেওঁলোকৰ প্ৰস্তাৱটোত সন্মতি জনাই খবৰ পঠালে। এসপ্তাহৰ পিছতেই শইকীয়াৰ পৰিয়ালৰ মানুহ বংশ পৰিয়াল সহিতে বিমলাইঁতৰ ঘৰ ওলালহি। হাজৰিকাও গাঁৱৰ দুই এক মুখীয়াল আৰু ওচৰ চুবুৰীয়া মাতি সাজু হৈ আছিল--হব লগা মিতিৰ পৰিয়ালক সম্ভাষণ জনাবলৈ। পুৰুষ আৰু মহিলা মিলাই মুঠতে বাৰজন মানুহ--সুনন্দা শইকয়ীয়াই সকলোকে চিনাকি কৰি দিয়াৰ পিছত হাজৰিকাৰ মনটো সেমেকি উঠিল--'একমাত্ৰ পুত্ৰৰ বিয়া ঠিক কৰিবলৈ দেউতাক অহা নাই' তেখেত অলপ চিন্তাত পৰিল--সমজুৱা সকলৰ মাজতো কথাটো দুই এজনে আলোচনা কৰিলে-

ইতিমধ্যে শইকীয়ানীয়ে কথাটো ৰাইজে সহজভাৱে নোলোৱাৰ কথাটো গম পাই সকলোকে উদ্দেশি ক'লে---

"আজি আমাৰ তেখেত আহিব নোৱাৰাৰ বাবে আমাৰ মনটো একেবাৰে বেয়া, তেখেতৰ গা ভাল নহয়--ভাল পালেই তেখেত আহি যাবহি। মই আপোনালোকক কথাটো জনালো" হাজৰিকাৰ মনটো কিছু পাতল লাগিল। পিছত হাজৰিকাই নিজৰ যৎকিঞ্চিত সাধ্যৰে সকলোকে চাহ জলপানৰ যোগান ধৰিলে। যাবতীয় সকলো বিলাক কাৰ্য্য শেষ হোৱাৰ পিছত বিয়াৰ দিন বাৰ ঠিক কৰিলে। শইকীয়ানীয়ে অতি সোনকালে বিয়াৰ তাৰিখ ঠিক হোৱাটো বিচাৰিলে--"পোন্ধৰ, বিশদিন পিছতেই বিয়াৰ দিন ঠিক হলে ভাল হয়, আৰু মই লগতে এইটোও কব খুজিছো যে---আমি 'ছোৱালীৰ লগত কোনো ধৰণৰ 'যৌতুক' বিচৰা নাই--হাজৰিকাদেৱে যাতে কথাটো সহজভাৱে গ্ৰহণ কৰে"---।

গাঁৱৰ মুখিয়াল আৰু বংশ পৰিয়ালৰ উপদেশমতে হাজৰিকায়ো পঁচিশ দিন পিছতে বিয়াৰ দিনটো ঠিক কৰিলে। বিয়াৰ তাৰিখটো ঠিক হোৱাৰ পিছতেই---শইকীয়ানীয়ে সকলোৰে অনুমতি লৈ সাধাৰণ এটা নিয়ম কৰি যাওঁ বুলি পুতেকৰ হাতেৰে এটা আঙঠি বিমলাৰ আঙুলিত পিন্ধাই দিলে। গতিকে বিমলাৰ বিয়াখন সৰ্বসন্মতিক্ৰমে ঠিক হোৱা বুলি ধৰি লোৱা হ'ল।---সেয়েহে বিমলাইঁতৰ ঘৰখনত বিয়াৰ উখল মাখল আৰম্ভ হৈছে। গাঁৱৰ দুই এজন মানুহ আহি বাৰী ঘৰ চাফ কৰাত লাগি গৈছে-- গছ-গছনি কাটি হলেও ৰভা দিয়াৰ ঠাইকণ উলিয়াব লাগিব।

সময়ত কোনো অমঙ্গল বাধা-বিঘিনি নোহোৱাকৈ বিমলাৰ বিয়া হৈ গ'ল--বিমলা এতিয়া শইকীয়া ঘৰৰ বোৱাৰী, বোৱাৰী নহয় যেনিবা জীয়ৰীহে।

শহুৰেক বা ৰাহুলৰটো কথাই নাই শাহুৱেকেও বিমলাক অতি মৰম কৰে। একেবাৰে কম কথা কোৱা, গহীন-গম্ভীৰ শহুৰেকক বিমলাই বহুত ভক্তি কৰে। বিয়াৰ দুদিনমান পিছৰপৰাই শহুৰেকৰ আটাইখিনি পৰিচৰ্য্যাৰ দায়িত্ব নিজৰ হাতত লৈছে। শইকীয়ানীৰ শইকীয়াৰ লগত খুউব এটা মিলাপ্ৰীতি নাই যেন লাগে— হয়তো দুয়োজনৰ ৰুচিবোধ আৰু চৰিত্ৰ বিপৰীত ধৰ্মী, সেই কাৰণেও হ'ব পাৰে। আনহাতে— ৰাহুলক বিমলাৰ ভাল লাগিছে। বিমলাই ৰাহুল আগেয়ে বৰ উদণ্ড প্ৰকৃতিৰ ল'ৰা আছিল আৰু দেউতাকৰ অজস্ৰ পইচাৰে জীৱনটো কেৱল উপভোগ কৰিবহে জানে বুলি শুনিবলৈ পাইছিল—কিন্তু; এতিয়া ৰাহুল সম্পূৰ্ণ বেলেগ একেবাৰে শান্ত-শিষ্ট সকলোৰে কথা শুনা ল'ৰা। ঘৰৰ পৰা ওলাবই নোখোজে, বিছনাখনত বাগৰি যেন বিমলাৰ কথাকেই ভাবি থাকে। আৰু সুনন্দা শইকীয়া, তেওঁ এতিয়া সম্পূৰ্ণ মুক্ত—ৰাহুল আৰু স্বামীৰ দায়িত্ব বিমলাৰ ওপৰত এৰি দি নিৰ্শ্চিন্ত মনেৰে ঘূৰি ফুৰে পাৰ্টি, মেল-মিটিং বিলাকত।

বিয়াৰ এমাহ পিছতেই বিমলাৰ উচ্চ-মাধ্যমিক পৰীক্ষাৰ ৰিজাল্ট ওলাল। তাই দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈছে। শইকীয়াৰ ঘৰত আনন্দৰ সীমা নাই— বিশেষকৈ মাক-পুতেকৰ। গুৰুচৰণ শইকীয়া বিমলাৰ ৰিজাল্টত সুখী হৈছে যদিও, তেখেতে মুখ খুলি হাঁহিব পৰা নাই, স্ফুৰ্ত্তি কৰিব পৰা নাই—বিমলাক ওচৰলৈ মাতি নি মৰম কৰিছে; আৰ্শীবাদ দিছে যদিও, তেখেতে যেন কিবা সংকোচ বোধ কৰিছে—।

বিমলাৰ মাক দেউতাক আৰু বিমলাই কথাটো যেন অলপ বুজি পাইছে- সেয়েহে দেউতাকে বিমলাক কৈছে-"আইজনী, শহুৰ দেউতাৰাক ভালকৈ চাবি, তেখেতৰ গাটো বৰ ভাল নহয় যেন পাইছো"।

সঁচাকৈ তেখেতক চাব লগা অৱস্থাই হ'ল—বিমলাৰ ৰিজাল্টৰ দুদিন পিছৰপৰাই তেখেত বেমাৰত পৰিল। চহৰৰ সকলোতকৈ অভিজ্ঞ ডাক্তৰৰ দ্বাৰা পৰীক্ষা কৰোৱা হৈছিল যদিও তেখেত একেবাৰে আৰোগ্য হোৱা নাই বা তেখেতৰ বেমাৰ ধৰা পৰা নাছিল, কেৱল ৰক্তচাপটো বাঢ়িছিল। শইকীয়াদেৱে বিমলাক অনবৰতেই ওচৰলৈ মাতি থাকে—তেখেতৰ যেন তাইক কিবা ক'বলৈ মন আছে— ক'ব পৰা নাই। খাবলৈও ইচ্ছা নকৰে তথাপি তাই জোৰকৈ অলপ খুৱায়। এসপ্তাহ বিছনাত পৰিয়েই মানুহজন অতি দুৰ্ব্বল হৈ পৰিছিল। তেখেতে বিমলাক ওচৰলৈ মাতি ক'লে—

"আইজনী তুমি যদি ভালে থাকা, ওকালতি পাছ কৰি মোৰ চেম্বাৰটো চলাবা—"

সেয়াই তেখেতৰ শেষ কথা আছিল। শইকীয়াই বিমলাৰ বাহিৰে মাক পুতেক কাকোৱে এবাৰলৈকো নিবিচাৰিলে। বিমলাক কথাখিনি কোৱাৰ দুদিনমান পিছতেই তেখেতৰ মৃত্যু হ'ল।

দেউতাকৰ মৃত্যুৰ এবছৰৰ পিছতেই ৰাহুলৰো মৃত্যু হ'ল। ৰাহুল ঢুকুৱাৰ ছমাহ আগতে ৰাহুলৰ ঔৰসত, বিমলাৰ গৰ্ভত স্থিতি লোৱা চাৰিমহীয়া মানৱ সন্তানৰ ভ্ৰূণটোও নষ্ট হৈ গ'ল। সেই নষ্ট হৈ যোৱা ভ্ৰূণটোৱে বিমলাক জনাই থৈ গ'ল, ৰাহুলৰ মৃত্যুৰ বাতৰি আৰু লগতে ইয়াকো সোঁৱৰাই থৈ গ'ল যে—তাইকো মৃত্যুয়ে হাত বাউল দি মাতি আছে—। বিমলা যেন বাউলী হৈ গ'ল। চাৰিওফালে অন্ধকাৰ দেখিলে তাই। কিবা জানো পোহৰৰ বাট আছে তাইৰ বাবে? লাহে লাহে তাই সকলো বুজি উঠিল—বিয়াৰ আগতেই ৰাহুলৰ শৰীৰত এইডচ্‌ৰ ভাইৰাচ্ পোৱা গৈছিল, কিন্তু তেওঁলোকে মানে ৰাহুল আৰু মাক সুনন্দা শইকীয়াই সেই কথা লুকুৱাই গাঁৱৰ এজনী অসাধাৰণ ছোৱালী বিয়া কৰাই আনিলে। তীক্ষ্ণ বুদ্ধিৰ ছোৱালী হলেও বিমলাই নাইবা তাইৰ মাক-দেউতাকে আৰু কৃত্ৰিমতা নজনা গাঁৱৰ সেই লোকসকলে তেওঁলোকৰ চতুৰালি বুজি নাপালে। তাৰোপৰি গাঁওবিলাকত এতিয়াও কোনো কোনো অঞ্চলত এইডচ্‌ৰ ভাইৰাচৰ বিষয়ে মানুহৰ জ্ঞান একেবাৰে শূন্য হৈ আছে। অন্যহাতে ৰাহুলৰ দেউতাক? মাক আৰু পুতেকে কৰা সেই জঘন্য অপৰাধক তেখেতে বাধা দিব নোৱাৰিলে;—চেষ্টা হয়তো কৰিছিল—সেয়েহে একমাত্ৰ পুত্ৰৰ বিয়া ঠিক কৰিবলৈ তেখেত যোৱা নাছিল। বিমলায়ো পিছতহে উপলব্ধি কৰিছে তেখেতে কোৱা সেই কথাষাৰ—"তুমি যদি ভালে থাকা তেন্তে মোৰ চেম্বাৰটো চলাবা"। তেখেতে নিশ্চয় জানে ৰাহুলৰ শৰীৰৰ এইডচ্‌ৰ ভাইৰাচ বিমলাৰ দেহালৈ সংক্ৰমিত হব বুলি—এইবিলাক দুখেই মানুহজনক মাৰিলে। অতিপাত দুখ আৰু বেদনাত জৰ্জৰিত হৈ পৰিল বিমলা। তাইৰ বাবে যেন সকলোৰে দুৱাৰ বন্ধ। বিচলিত হৈ পৰিল তাই—কোন ফালে যাব তাই, কি কৰিব? শহুৰেকৰ কথা ৰাখি চেম্বাৰ চলাবলৈ পঢ়াশুনা কৰিব নে—শাহুয়েকৰ ওপৰত প্ৰতিশোধ লব। জীয়াই থকা দিনকেইটা তাই আন এজনী বিমলাৰ মৃত্যুক বাধা দিব! —হাজাৰ প্ৰশ্ন, লগতে হাজাৰ বিভীষিকা। কাৰণ তাইনো কি কৰিবলৈ সময় পাব? নাইবা তাইৰ

হাতত যদি অজস্ৰ সময় থাকে?

আনহাতে বিমলাৰ মাক দেউতাক আৰু গাঁৱৰ সেই অকৃত্ৰিম মানুহবিলাক? তেওঁলোক বিমলাৰ দুখত ভাগি পৰিছে। বিমলাৰ মাক-দেউতাকৰ সকলো ভৰষাৰ স্থল, বুকুৰ মণি, হিয়াৰ আমঠু মৰমৰ জীয়ৰী জনীৰ দুৰ্দশা দেখি তেওঁলোক অতি মৰ্মাহত হৈ পৰিছে। মাক দেউতাকক শান্তনা দিয়াৰ সাহসো বিমলাৰ নাই কাৰণ। ইতিমধ্যে বিমলাৰ সম্পৰ্কত দেউতাকে ডাক্তৰৰপৰা এইড্চ্ সম্বন্ধে সকলো জ্ঞান আহৰণ কৰি লৈছে—সেয়েহে তেওঁ মনৰ বেজাৰত একেবাৰে দুৰ্ব্বল হৈ পৰিছে। মাকৰ সমস্যাটো বিমলাৰ কাৰণে আৰু ডাঙৰ হৈ পৰিছে—তেওঁ খোৱা বোৱা সকলো বাদ দি বিছনাত; গতিকে বিমলাৰ দুখৰ সীমা নোহোৱাহৈ পৰিছে। তাইৰ এনে লাগিছে ইমানবিলাক মানুহক বেদনা দি তাই বাৰু কেনেকৈ জীয়াই থাকিব?

এইদৰে দুমাঁহমান পাৰ হ'ল—বিমলা অধৈৰ্য্য, তাই কোনো সিদ্ধান্তত উপনীত হ'ব পৰা নাই। এনেতে এদিন বিছনাত পৰি থকা বিমলাৰ মাকৰ মৃত্যুৰ বাতৰিয়ে তাইক অবাক কৰি পেলালে। তাই বেদনাত ভাগি পৰিল—তাই যেন চিঞৰি চিঞৰি সকলোকে কৈ দিব—ভদ্ৰতাৰ মুখা পিন্ধা অত্যাধুনিক পৰিয়ালৰ বিপথে পৰিচালিত পুত্ৰৰদ্বাৰাই যেন গুৰুচৰণ শইকীয়াৰ দৰে অতি জ্ঞানী আৰু তাইৰ মাকৰ দৰে অতি সঁচা মানুহবিলাকৰ হত্যা হৈছে। জীৱনটো তাইৰ বাবে অসহ্য হৈ পৰিল। বিতৃষ্ণা জন্মিল নিজৰ ওপৰতেই। সেয়েহে শহুৰেকে তাইৰ নামত দি থৈ যোৱা অজস্ৰ সম্পত্তি আৰু তেখেতৰ চেম্বাৰটো কোনোবা এটা "বেচৰকাৰী স্বেচ্ছাসেৱী অনুষ্ঠান"ৰ নামত উচৰ্গা কৰি বিমলা ক'ৰবাত হেৰাই গ'ল। যি অনুষ্ঠানৰ যোগেদি বিভিন্ন মাধ্যমেৰে যেনে—'ছায়া ছবি' 'প্ৰচাৰ পত্ৰিকা', 'সভা-সমিতি' আদিৰ দ্বাৰা মানুহক এইড্চ্ৰ বিষয়ে জ্ঞান দিয়ে—যাতে দ্বিতীয় এজনী বিমলাৰ মৃত্যু হ'ব নোৱাৰে। □

卍 卍 卍

# বিহুৰ সোৱাদ বুটলি

কণমানি নাতিনী কেইজনীয়ে মোক বিব্ৰত কৰিছিল-- 'ককা; কোৱানা, মই ৰাইট নহয় নে?'--এয়া মোৰ নাতিনীজনীয়ে সুধিছিল। ৰঞ্জিতৰ ছোৱালী 'মৌ'য়ে মোৰ নাতিনী মামণিক আঁতৰাই মোক কলে--'ককা, মইহে ৰাইট--মই মাহঁতক দেখিছো নহয়! দৌৰ মাৰি 'ৰজি' আহি 'মৌ'ক আঁতৰাই ক'লেহি--নহয় ককা; মইহে ৰাইট--ইহঁতে একো নাজানে'। তিনিওজনীৰে কাজিয়া, এজনীয়ে তাইৰ ফালে মোৰ মুখখন ঘূৰাই লয়, সিজনীয়ে আকৌ তাইৰ ফালে মুখখন ঘূৰাই লয়। মোৰ নাতিনী মামণিয়ে সিহঁতক আঁতৰাই-

'মোৰহে ককা, চাবা, ককাই মোক ৰাইট কব'

মই বিমেৰাত পৰিলো--তথাপি সিহঁতক কাজিয়া কৰিবলৈ মানা কৰি কলো— তোমালোক তিনিও ৰাইট-- মই তোমালোকক সকলো বুজাই কম দেই........।

কণমানি ছোৱালী তিনিজনী——মামণি মোৰ বৰ ল'ৰাৰ ছোৱালী। 'মৌ' আমাৰ ওচৰ চুবুৰীয়া ৰঞ্জিত বৰুৱাৰ ছোৱালী—দেউতাক ডাক্তৰ, 'ৰজি' আমাৰপৰা দূৰত থাকে; মাকৰ লগত থাকে, মাক ইঞ্জিনিয়াৰ, দেউতাকৰ কথা নাজানো, কাহানিও দেখা নাই। মাকৰ অফিচৰ বাহিৰেও বহুত বাহিৰা কাম থাকে-- গতিকে আমাৰ ঘৰতে মামণিৰ লগতে বেছিভাগে থৈ যায়—সিহঁত দুয়োজনী খেলি থাকে। মামণিৰ খোৱাৰ সময় হলে বোৱাৰীয়ে দুয়োকে একেলগে খাব দিয়ে। সিহতৰ আৰু এজনী বন্ধু আছিল-'লাভ্‌লি' তাই পিছে আজি অহা নাই। আটাইকেইজনীয়ে একেখন ইংলিচ মিডিয়ামৰ স্কুলত পঢ়ে। সদায় স্কুলত থবলৈ যোৱা আনিবলৈ যোৱা এইবিলাকৰ কাৰণে মাক কেইগৰাকীও বন্ধু হৈ পৰিছে। ইজনীয়ে সিজনীৰ ঘৰলৈ ছোৱালীৰ লগতে অহাযোৱাও কৰিছে, সৰুসুৰা বজাৰ আদিও একেলগে কৰে ইত্যাদি ইত্যাদি। সেইবিলাক অৱশ্যে একো বেয়া কথা নহয়--কাৰণ তেনেকৈয়ে ঘৰুৱা বোৱাৰী কেইজনীৰ অলপ ফুৰা চকাও হয়। ইগৰাকীৰ লগত সিগৰাকী কথা বতৰা হোৱাৰ লগতে কথাও শিকিলে। নহলেটো

আজিৰ মধ্যবিত্ত পৰিয়ালৰ গৃহিনীবিলাকৰ যথেষ্ট কাম—বিশেষকৈ চহৰৰ,—উদাহৰণ স্বৰূপে মোৰ বোৱাৰীৰ কথাকেই কওঁ—ৰাতিপুৱাৰেপৰা এখন ডাঙৰ ৰুটিন অনুসৰণ কৰিব লাগে—ঘৰৰ যাৱতীয় কামখিনি, ল'ৰা ছোৱালীক খুৱাই পিন্ধাই স্কুললৈ পঠোৱা, স্বামীক সকলোখিনি আলপৈচান ধৰি অফিচ, কাছাৰিলৈ পঠোৱা, ল'ৰা-ছোৱালীক টিউচন, গানৰ স্কুল, আৰ্টৰ স্কুললৈ নিয়া, খেলাৰ অনুশীলনীলৈ নিয়া, আদি বহুত ধৰণৰ লেঠা, কামৰ দায়িত্ব—ডাঙৰ হ'লে ল'ৰাটো বা ছোৱালীজনী যি বিভাগতেই নাযাওক লাগে সৰুতে কিন্তু এই সকলো বিলাকৰ প্ৰশিক্ষণ দিবই লাগিব। কাৰণ ল'ৰা-ছোৱালীয়ে কি বিচাৰিছে—সেইটো আমি বিচাৰ নকৰো—আমি কেৱল কতোৱেই পিছপৰি থাকিব নোখোজো। তাৰ উপৰি আমি বুঢ়া বুঢ়ী হ'লে বোৱাৰীৰ কাৰণে একোটা একোটা সৰু ল'ৰা ছোৱালীয়েই--কাৰণ তেওঁ আমাক তেনেকৈয়ে আল-পৈচান ধৰে। আমি বৰ সন্তুষ্ট।

'মামণি', 'লাভ্‌লি', 'মৌ' আৰু 'ৰজি' আটাইকেইজনীয়ে আমাৰ ঘৰত প্ৰায়েই খেলি থাকে—ঠাইও আছে—পুৰণা ঘৰ দুৱাৰ, চোতাল, গতিকে সিহঁতে খেলি ভাল পায়। আমি পৰিয়ালটো মধ্যবিত্ত আৰু সাধাৰণ পৰিয়াল, আমাৰ ঘৰ কাহানিও বন্ধ নাথাকে। ঘৰৰ মানুহবিলাক প্ৰায় সময়তে ঘৰতেই থাকো, গতিকে কণমানি কেইজনীৰ খেলাৰ বাবে উপযুক্ত ঠাই। সাধাৰণতে সৰু ছোৱালীবিলাকে মাকক অনুকৰণ কৰে। সেয়েহে সিহঁত কেইজনীয়ে ভাত ৰন্ধা খেলে। মাকে কেনেকৈ ৰান্ধে, কেনেকৈ ভাত দিয়ে, কেনেকৈ মাকৰ ভাগৰ লাগে, ফোন আহিলে কেনেকৈ ৰান্ধনি ঘৰৰপৰা দৌৰ মাৰে ইত্যাদিৰে মাকৰ ভাওঁটো অভিনয় কৰি খেলে।

আজি সিহঁত কেইজনীয়ে বিহুপতা খেলিছে—তিনিওজনীৰে বেলেগ বিহু। মোৰ নাতিনী মামণিৰ বিহু একেবাৰে বোৱাৰীৰ অনুকৰণ--সৰ্ব সাধাৰণ অসমীয়াৰ বিহু। প্ৰথমে গোসাই ঘৰত চাকি দিয়াৰপৰা আৰম্ভ কৰিছে—মিছা মিছিকৈ মাটিৰে কিবা লাৰু পিঠা সজাইছে, সকলোকে খাব দিয়াৰ ব্যৱস্থা, মুখেৰে কিবা ভুৰভুৰাই আছে—'আৰু অকণ দৈ দিওনে', 'খোৱা আকৌ' গামোচাখনকে বাৰে বাৰে মূৰলৈ তুলি লোৱা, সকলোকে সেৱা কৰি যেন গামোচা দিছে। এইবিলাকৰ উপৰিও মুম্বাইত থকা খুৰাকলৈ পিঠা আৰু গামোচা পঠোৱাৰ যো-যা। মই মনে মনে তাইক লক্ষ্য কৰি হাঁহি আছিলো--বিশেষকৈ মাকৰ ওৰণিখনৰ দৰে ওপৰলৈ টানি থকা গামোচাখন! তাই নিজৰ ভাৱত বিভোৰ।

বাকী দুজনীৰো সেই একেই অৱস্থা—অতি ব্যস্ত। সিহঁতৰ মনোভাবটো মই খুউব ভালকৈ বুজিব পৰা নাই যদিও, অনুমান কৰিব পাৰিছো—মুখৰ দুই এক ভোৰভোৰনিত—'ৰজি'য়ে কামৰ মাজতে মাজে মাজে নাচে হিন্দীৰ গানৰ চেওঁ যেন লাগে, নাচৰ লগে লগে হাহেঁও, তাই বিহুত বেচ স্ফূৰ্ত্তি কৰিছে—ভাল ভাল কেছেট লগাই নাচিচে—মাজে মাজে কেছেটখনে আমনি কৰাটো তাইৰ আচৰণত প্ৰকাশ পাইছে—'এই' কেছেটখন বৰ বেয়া, চিডি এখনকে লগাওচোন'। তাৰ পিছত সকলো বন্ধ কৰি যেন তাই ক'ৰবালৈ ওলাইছে—সম্ভৱ দোকানলৈ—"মোক এই ৰংটো নালাগে—বেলেগ এটা দিয়াচোন, মদাৰ্ন ষ্টাইলৰ"। তাৰ পিছত ঘৰলৈ আহি এটা যেন 'কেক' আইচিং কৰিছে। মনে মনে তাই কিবা এটা চেলেকাৰ দৰে কৰিছে—নিজে নিজে চিঞৰি উঠিছে—নাইচ, নাইচ— বিহুত অহা মানুহবিলাকে সেই টো খাই বৰ ভাল পাব—এনে মনোভাৱ প্ৰকাশ কৰিছে-—। মাজতে কোনোবা বন্ধুলৈ ফোন কৰিছে—কোন দিনা কোন ৰেষ্টুৰাত পাৰ্টি, পাৰ্টিৰ সময় ইত্যাদি ইত্যাদি।

'মৌ' য়ে কিন্তু বিশেষ একো কৰা নাই—কাপোৰ জাপিচে আৰু বাকচত ভৰাইছে—"এইযোৰ মাৰ কাপোৰ, এয়া দেউতালৈ গামোচা। পৰি পপিহঁতৰ শাৰী বা পচন্দ হয় নে নহয়!"

—'এই ধনীৰাম ঘৰৰপৰা সোনকালে আহিবিদেই। আমি গাঁৱত দুদিনহে থাকিম।' ভাগৰি জোগৰি গাঁৱৰপৰা আহি পোৱাৰ ভাও। তাৰ পিছত ক'ত, ক'ত বিহু চাব, কি কি কাপোৰ পিন্ধিব। কোনযোৰ কাপোৰৰ লগত তাই কি গহনা পিন্ধিব এইবিলাকৰ অভিনয় তাইৰ। ঘৰৰপৰা লৈ অহা লাৰু কেইটাৰে আলহী সুধিব—"লাৰু কেইটা ভাল হৈছেনে, মই বনাইছো"—ইফালে সিফালে চাই তাই যেন কিবা বিৰক্তি অনুভৱ কৰিছে—"দেৰিকৈ আহিলে পিঠা লাৰু শেষ হ'ব, কিহেৰে চাহ দিম"! তাই প্ৰকাশ কৰা কথাবাৰৰপৰা পৰিস্থিতিটো বুজিব পাৰিছো। সেয়া সিহঁতৰ বিহু। মই মনে মনে উপলব্ধি কৰিছো—সঁচাকৈ সিহঁত এগৰাকী এগৰাকী বিখ্যাত অভিনেত্ৰী।

সিহঁত কেইজনীৰ বিহু উপভোগ কৰি কৰি মোৰ ডেকা কালটোলৈ মনত পৰিল—এনে বিহুৰ দিনত মোৰ পত্নী নিলিমাৰ গাত তৎ নাই। কিমান দিনৰ আগৰ পৰা যে বিহুৰ আয়োজন, ঘৰত যিমান গামোছা মজুত নাথাকক কিয় তেওঁ কিন্তু বিহুত নতুন গামোছা ববই—মোলৈ বোৱা গামোছাখন সকলোতকৈ বেলেগ।

ঘৰৰ পৰিয়ালৰ বাহিৰেও ওচৰ চুবুৰীয়া, হালোৱাকেইটালৈকে গামোছা বিলাব। কিমান যে কাম কৰিব, বিধে বিধে পিঠা লাৰু জলপান, সান্দহ, কড়াই, চিৰা মুৰি আদিৰে উভৈনদী। একেবাৰে ঘৰৰ পিৰালিৰপৰা ভড়ালৰ গাদৰিলৈকে গোটেইখন মচি মচি চিক্‌চিকীয়া কৰি থব। মোৰ কেতিয়াবা আচৰিত লাগে—ইমান কাম কৰি দপদপাই থকা মোৰ লক্ষী যেন মানুহগৰাকীয়েও যে এতিয়া বিছনাত পৰি মৃত্যুৰ ক্ষণ গণি আছে—। উস্‌, ভগৱানৰ যে কি লীলা———।

হঠাৎ সিহঁত তিনিজনীৰ চিঞৰ বাখৰত মোৰ তন্দ্ৰা ভাগিল। মোৰ ওচৰলৈ দৌৰি আহিল সিহঁত বিহু পতাৰ ক্ষেত্ৰত সিহঁতৰ কোন ৰাইট। মই সিহঁত আটাইকেইজনীৰে বিহুৰ বৰ্ণনা শুনিলো—মোৰ ধাৰণা সম্পূৰ্ণ শুদ্ধ। কিন্তু; মই সিহঁতৰ কাক শুদ্ধ বুলি কম আৰু কাক অশুদ্ধ। সিহঁতৰ বিচাৰত সিহঁত তিনিওজনী শুদ্ধ।

সিহঁতে যি দেখিছে—তাকেই কৰিছে। এয়া সিহঁতৰ আহৰণ কৰাৰ বয়স। যুগৰ পৰিবৰ্তন হৈছে, সময়ৰ পৰিবৰ্তন হৈছে, বিজ্ঞানে বহুত উন্নতি কৰিছে—কিন্তু; ভগৱানে সজোৱা এই পৃথিৱীখনৰ একো পৰিবৰ্তন হোৱা নাই। মাতৃৰ গৰ্ভত স্থিতি লোৱাৰ পৰাই মানৱৰ কি প্ৰসাৰ, দহ মাহৰ প্ৰতিটো ক্ষণতেই যি পৰিবৰ্তন আৰু জন্মৰপৰা কৰি অহা কন্দা, হহাঁ, কথা কোৱা এই বিলাকৰ কোনো ব্যতিক্ৰম নাই, মৃত্যুওটো অনিবাৰ্য্য। জোন বেলি তৰাৰ কিবা পাৰ্থক্য দেখিছো জানো, দিন ৰাতিৰ কিবা পৰিবৰ্তনও চকুত নপৰে। কিন্তু; যুগৰ পৰিবৰ্তনৰ লগে লগে পৰিবৰ্তন হৈছো আমিবিলাক আৰু মানুহে উলিওৱা নিয়ম কানুনবিলাকৰ, মানুহৰ মনৰ আৰু পৰিবৰ্তন হৈছে—আমাৰ সংস্কৃতিৰ।

সেয়েহে মৌ, মাজনী, ৰজি আদিৰ দৰে ময়ো নিজকে প্ৰশ্ন কৰিছো—আচলতে অসমীয়া সংস্কৃতিৰ বাপতি সাহোন বিহুটি আমি কেনেকৈ উপভোগ কৰো? একেবাৰে শুদ্ধ পদ্ধতি কোনটো? যাৰ বাবে অসমীয়া জাতিটো জীয়াই থকালৈকে বিহুটিও জীয়াই থাকিব।

• • • • • • • • • • •

# সাথৰ

‘মৰমী ঢুকাল’................।

খবৰটোৱে মোক হতবাক কৰিলে। বুকুৰ কোনোবাখিনিত সাংঘাটিক ধৰণৰ এটি বিষ অনুভৱ কৰিলো। মাত্ৰ এমাহ আগতে হাঁহি হাঁহি কথা কোৱা মোৰ অতি মৰমৰ বান্ধৱীজনীৰ বাৰু কেনেকৈ মৃত্যু হ’ব পাৰে? মৰমীৰ মৃত্যু সঁচা, কিন্তু মই বিশ্বাস কৰিবলৈ টান পালোঁ।

ৰাতিটো বৰ কষ্টেৰে কটালো। পুৱাই মই মৰমীৰ ঘৰলৈ বুলি ওলালোঁ। সন্ধ্যা সময়ত মৰমীহঁত থকা ঠাই পালোঁ যদিও প্ৰথমে মণিষাৰ ঘৰতে সোমালোঁ। প্ৰথমে কিছুসময় আমি দুয়ো একেলগে কান্দিলো কাৰণ আমি তিনিওজনী সৰুৰেপৰাই বন্ধু আছিলোঁ, তিনিওজনী একেলগে পঢ়িছিলোঁ। আমি মানে—মই (পূৰবী), মৰমী আৰু মণিষা। মৰমী পঢ়াত বৰ ভাল আছিল—ক্লাছত তাই সদায়ে প্ৰথম হৈছিল। প্ৰবেশিকাত অৱশ্যে তিনিওজনীয়ে প্ৰথম বিভাগেই পালোঁ; আমাৰ বন্ধুত্ব গাঢ় হৈ পৰিল। আমি একেখন কলেজতে মই বিজ্ঞান শাখাত আৰু মণিষা আৰু মৰমীয়ে কলা শাখাত নাম ভৰ্ত্তি কৰিলে। স্নাতক দ্বিতীয় বৰ্ষত পঢ়ি থাকোঁতেই মৰমীৰ চিনাকি হয় এম.এচ.চি ফাইনেল ইয়েৰৰ ছাত্ৰ তপোব্ৰতৰ লগত। পিছত এ চি এছ কম্পিটিটিভ পৰীক্ষাত ভাল ৰিজাল্ট কৰি তেখেত ভাল চাকৰিত সোমাল আৰু দুয়োখন ঘৰৰে সম্পূৰ্ণ সন্মতিত দুয়োৰে বিয়া হৈ গ’ল।

তপোব্ৰত ধুনীয়া, দেখিলেই ভক্তি কৰিবলৈ মন যোৱা অসম্ভৱ ভাল ল’ৰা। কথা কম কয় ভদ্ৰ, গহীন—এজন সু-পৰুষৰ আটাইখিনি গুণেই তেখেতৰ গাত বিদ্যমান। তপোব্ৰতক লগ পোৱা সকলো মানুহেই তেখেতক ভাল পায়। মৰমী সঁচাকৈ সুখী যেনেই লাগে। মাতু আৰু মানু সিহঁতৰ দুজনী ছোৱালী। ভাল ছোৱালীৰ আটাইখিনি গুণেই মৰমীয়ে সিহঁতক শিকাইছে। মৰমী নিজেও বৰ গুণী। তপোব্ৰতে ভাল পোৱা আটাইখিনি গুণেই তাই আহৰণ কৰি লৈছে। তেখেত আকৌ অলপ বেলেগ ধৰণৰ। তেখেতৰ মতে পিন্ধা, খোৱা, কাম আদি সকলো বিষয়তে মানুহে নিজৰ সংস্কৃতিটোক পাহৰি যাব নালাগে। পুৰণা দিনৰ মানুহ নহয় যদিও তেখেত অলপ পুৰণা খেয়ালৰ মানুহ। অত্যাধুনিকতা, বাহ্যিকতা,

প্ৰয়োজনতকৈ বেছি—এইবিলাকৰ তেখেত পক্ষপাতী নহয়। তপোব্ৰতৰ ঘৰৰ অৱস্থাও ভাল, চাকৰিও ভাল, অতি মৰম লগা দুজনী ছোৱালীৰে এখন সুন্দৰ, সুখৰ পৰিয়াল। সেই পৰিয়ালৰ মুৰব্বী তপোব্ৰত শইকীয়া আৰু তাক সজাই পৰাই সুস্থ সবল কৰি ৰখাৰ দায়িত্ব মৰমীৰ ওপৰত। এই ক্ষেত্ৰত অৱশ্যে মৰমীয়ে পূৰ্ণ সফলতা লাভ কৰিছিল। অনবৰতেই মুখত হাঁহিটো লৈ থকা মৰমীজনীয়ে ঘৰখনৰ, স্বামীৰ আৰু ছোৱালী দুজনীৰ যত্ন লোৱাত বা গঢ় দিয়াত যত্নৰ অলপো ত্ৰুটি কৰা নাই।

এতিয়া মণিষাৰ কথা কওঁ—সিহঁত দুয়ো অধিবক্তা। দুটা ল'ৰা, সিহঁত সৰু হৈ আছে। মণিষাৰ বিয়া দেৰিকৈ হৈছে। আমি সকলোৱে বিয়াৰ আশা বাদ দিছিলোঁ। এদিন কাছাৰিতে নয়নৰ লগত চিনাকি হয় আৰু পিছলৈ বিয়া হয়। সিহঁত সুখী। গতানুগতিক জীৱন-আকালো নাই, ভৰালো নাই।

এতিয়া মোঁৰ নিজৰ কথা কওঁ—মই পূৰবী, মোৰ স্বামী প্ৰশান্ত চলিহা। আমি দুয়ো ডাক্তৰ, ল'ৰা-ছোৱালী দুটায়ো ডাক্তৰী পঢ়িছে। আমাৰ দুয়োৰে কোনো ভেদাভেদ নাই। তেখেঁত মোৰ কাম কৰে ময়ো তেওঁৰ কাম কৰোঁ; আমি যেনেধৰণে ব্যস্ত থাকো, তেনেধৰণে স্ফূৰ্তিও কৰো। আমাৰ নিজকে সুখী যেনেই অনুমান হয়।

মণিষাৰপৰা গম পালো মৰমী এসপ্তাহ গা বেয়া হৈয়েই ঢুকাল। মৃত্যুৰ দুই-তিনিমাহ আগতে মৰমীয়ে কিছু মানসিক অন্তৰ্দ্দন্দত ভুগিছিল বুলিও মণিষাই মোক ক'লে। মই আচৰিত হৈ তাইক বুজাই কবলৈ অনুৰোধ কৰিলো—

এদিন মৰমীয়ে শনিবাৰ এটাত দুপৰীয়া তাইৰ ঘৰলৈ মাতিলে। আমাৰ কাছাৰি বন্ধ আছিল বাবে আমি দুয়ো ওলাই গলো, মৰমীৰ পৰম পতিদেৱ ঘৰত নাছিল, গতিকে পৰম পতিব্ৰতা মৰমী ঘৰত অকলে আছিল। মৰমীয়ে আমাৰ দুয়োৰে পৰা পৰামৰ্শ বিচাৰিলে—তাইৰ এগৰাকী সম্পৰ্কীয় মানুহে 'ডিভোৰ্চ' বিচাৰিছে। গতিকে আমি আইনী পৰামৰ্শ দিব লাগে। লগতে তাই এইটোও ক'লে যে মানুহগৰাকীয়ে আমাক লগ ধৰিবলৈ লাজ কৰে, গতিকে তাইকে সকালো সুধি যাবলৈ অনুৰোধ কৰিছে।

মই প্ৰথমে মানুহৰগৰৰকীৰ বয়সৰ পৰাই আৰম্ভ কৰিলোঁ।—মানুহগৰাকীৰ বয়স কিমান ?

—আমাৰ সমানেই, ডাঙৰ ল'ৰাই বিয়া কৰাই বাহিৰত থাকে, সৰু ল'ৰাই অলপতে বিয়া কৰাব।

—মই আচৰিত হ'লোঁ; এই বয়সত ডিভোৰ্ছ? "কি কৰিব আৰু ল'ৰা দুটাৰ মুখলৈ চাই সেইবিলাকৰপৰা বিৰত আছিল। বহুত দিনৰ পৰাই হেনো ভাবি থৈছিল ল'ৰা অলপ ডাঙৰ হলেই তেখেতে তেনেকৈয়ে পতিৰ ওপৰত প্ৰতিশোধ লব। এনেই মানুহগৰাকীৰ দেখিলে কোনোৱে অনুমানেই কৰিব নোৱাৰে যে তেখেতৰ ভিতৰত এনে অন্তৰ্দণ্ড চলি আছে।"

মই থূলমূলকৈ কথাটো জানি লৈ তাইক আকৌ লগ ধৰাৰ সময় দিলোঁ। মানুহগৰাকীক লগত লৈ মোৰ তালৈ আহিবলৈ কৈ মই ঘৰলৈ উভতিলোঁ। সেইদিনা তাই এষাৰ কথা বাৰে বাৰে কৈছিল—"সোনকালে কামটো কৰি দে, বেচেৰী মানুহগৰাকীয়ে বৰ কষ্ট পাইছে।" কিন্তু আচৰিত কথা যে মই দিয়া দিন মতে মৰমী আৰু সেই মানুহগৰাকী মোৰ তালৈ নাহিল। দিন বাগৰাত ময়ো খবৰ লবলৈ বাদ দিলোঁ।

এমাহ পিছত মোক এটা ফোন কৰি মৰমী আমাৰ ঘৰলৈ আহিল। তাই অকলেই আহিছিল। তাইৰ মুখত আগৰ সেই উজ্জ্বলতা নাই। মই গা বেয়া নেকি সুধিলোঁ। তাই একো উত্তৰ দিব নোৱাৰিলে, মোক সাৱট মাৰি ধৰি মাথো হুকহুকাই কান্দি দিলে। মই আচৰিত হলো। তাইক আমাৰ শোৱা কোঠালৈ লৈ গ'লো আৰু সুধিলোঁ—"কচোন কি হ'ল?" তাই আৰু বেছি জোৰে কান্দি কান্দি মোৰ কোলাতে আউজি দিলে। মই বহুত শান্ত্বনা দিয়াৰ পিছত তাই আৰম্ভ কৰিলে—-"সেইদিনা যে ডিভোৰ্ছৰ কথা কৈছিলো,সেয়া অন্য কোনো নহয়, ময়েই।"

মই বজ্ৰপাত পৰা মানুহৰ দৰেই হৈ পৰিছিলো। মই সপোনতো কল্পনা কৰিব নোৱাৰা কথা এটা তাই কৈ পেলালে। মই বাৰে বাৰে সুধিলো —"মানে তোৰ আৰু তপোব্ৰতৰ?"

—"অ মণিষা, সেই বাবেইটো মোৰ বেছি চিন্তা হয়। কাৰণ মানুহেতো তেখেতক কাহানিও বেয়া নকয়, সকলো দোষ মোৰ ওপৰতেই পৰিব। মোৰ নিজৰেই সন্দেহ হয়—তেখেতেই মোক বেয়া ব্যৱহাৰ কৰিছেনে? নে মই নিজেই কিবা অদ্ভুত বেয়া ধৰণৰ? আজিকালি পিছে 'মানু'য়ে বহুত কথা বুজি পোৱা হৈছে। তাইৰ মনটো বৰ বিদ্ৰোহী। সকলো কথা তাই যুক্তিৰে বিবেচনা কৰি চাব বিচাৰে। দেউতাই কিয় এনে কৰিব, মাৰ সন্মান নাই নেকি বুলি আজিকালি তাই দেউতাকৰ বহু কথাৰে প্ৰতিবাদ কৰে। নাৰী বুলিয়েই নিজকে দুৰ্বল আৰু অসহায় বুলি নাভাবি আত্মবিশ্বাসেৰে জীয়াই থাকিবলৈ তাই মোক সাহস দিয়ে। পাৰ্থিব ভোগ-বিলাস, পাৰিবাৰিক

আবেষ্টনীৰ মাজত নিজকে নিঃশেষ কৰি দিয়াৰ পক্ষপাতী তাই নহয়। মাক-দেউতাকৰ প্ৰতি গভীৰ শ্ৰদ্ধা ৰাখিও নিজস্ব ব্যক্তিত্বৰে তাই আত্ম পৰিচয় দিব বিচাৰে। প্ৰতি মুহূৰ্ত্ততে তাই উপলব্ধি কৰে সামাজিক দায়বদ্ধতা। কিন্তু তাইৰ চিন্তা চৰ্চা আৰু কাম-কাজবোৰ দেউতাকে একেবাৰে পচন্দ নকৰে। দেউতাকৰ ওপৰত খং নকৰিবলৈ মইহে তাইক বুজাও। অৱশ্যে তাই দেউতাকক যথেষ্ট শ্ৰদ্ধাও কৰে। আজিকালি পিছে তাই বৰ গহীন হৈ থাকে। আজিকালিৰ ছোৱালী নহয়—সেইবাবে মোৰ আৰু তাইৰ মনোভাৱৰ মাজত মই বহুত পাৰ্থক্য দেখা পাওঁ।"

"মোক কথাখিনি বুজাই ক, মই ঠিক বুজিব পৰা নাই"—মই ক'লো।

"প্ৰথম কথা হ'ল—ঘৰখনত তেখেতে মোৰ উপস্থিতি অনুভৱেই নকৰে। মই তেজ-মঙহৰ এজনী মানুহ, প্ৰয়োজনীয় শিক্ষা-দীক্ষাখিনিও মোৰ আছে, মোৰ এক সুস্থ মানসিকতা আছে, দেখিবলৈও মই বেয়া নহয়। আমাৰ অভাৱ অনাটনো নাই, ছোৱালী দুজনীও ভালেই হৈছে। গতিকে আমাৰ আক্ষেপ কৰিব লগা একোৱেই নাই। মানুহজন প্ৰয়োজনতকৈ বেছি গহীন হৈ থাকে। অফিচৰপৰা আহি ঘৰ সোমোৱাৰ লগে লগে তেখেতৰ মুখখন ক'লা পৰি আহে, কপালখন অনবৰতেই কোঁচ খাই থাকে। প্ৰথমে মই কথাবিলাক সহজভাৱেই লৈছিলোঁ। মই তেখেতৰ স'তে কথা-বতৰা পাতি হাঁহি স্ফূৰ্তি কৰিব খুজিছিলো। কিন্তু পিছত গম পালো—তেনে কৰিলে তেখেতৰ খং উঠে। মোৰ কথা শুনা দূৰৈৰ কথা, বিৰক্তিহে অনুভৱ কৰে। মোৰ কেতিয়াবা দুয়োজনেই বহি কিছুমান ঘৰুৱা কথা বা সুখ-দুখৰ কথা পাতিবলৈ মন যায়। কিন্তু তেখেতে মোৰ লগত কথা পতা বা মোৰ কথা শুনাৰ ইচ্ছা প্ৰকাশ নকৰে। ঘৰৰে হওক বা নিজৰে হওঁক কোনো কথাৰ লগত তেওঁ মোক জড়িত কৰিব নোখোজে। ডাঙৰ ছোৱালীৰ বিয়াৰ সময়তো তেওঁ মোৰ মতামত বা ইচ্ছা-অনিচ্ছাৰ কথা এবাৰো সুধি নাচালে। তেওঁ তেখেতৰ ভাগে কৰি আছে, মই মোৰ ভাগে কৰি আছো। ভাগ্য ভাল আমাৰ ডাঙৰ জোঁৱাই অনা অসমীয়া হ'ল। কেতিয়াবা মোৰ ফালৰপৰাই আগ-ভাগ লৈ কিছু কথা আলোচনা কৰিম বুলি ভাবো। কিন্তু নোৱাৰি, কাৰণ তেখেতে হঠাতে বা যিকোনো পৰিবেশতে মোক যিকোনো কথা কৈ দিবলৈ দ্বিধাবোধ নকৰে। কেতিয়াবা চুবুৰীয়া মানুহৰ আগতে মোক বেয়াকৈ কৈ দিয়ে।

ডাঙৰ ছোৱালীজনী জন্ম হোৱাৰ পিছৰেপৰা আজিলৈকে তেখেতে মোৰ গা কেনে আছে, ঠিকমতে খোৱা-বোৱা কৰিছোঁ নে নাই তাৰ খবৰ লৈ পোৱা নাই।

কেতিয়াবা মনৰ বেজাৰতে মই খোৱা-বোৱা সকলো বাদ দি দিওঁ। কিন্তু দুদিন পিছত মই নিজেই সকলো জাৰি-জোকাৰি মই নিজেই খোৱা-বোৱা আৰম্ভ কৰোঁ। মোৰ সৰুসুৰা অসুখ-পেটৰ বিষ, মূৰৰ বিষ, এইবিলাক তেখেতে বিশ্বাস কৰিব নোখোজে। মোৰ যোগ্যতাখিনি কাৰোবাৰ আগত প্ৰকাশ কৰাত তেখেতে অপমান বোধ কৰে। তেখেতে কিন্তু নিজকে সাংঘাটিক কিবা এটা বুলি ভাবি গৰ্ব অনুভৱ কৰে। ফুৰা চকা, বিয়া-সবাহ আদিত আমি একেলগে গৈ পোৱা নাই। আমাৰ ঘৰৰ বিয়া বিলাকত মই আগতেই যাওঁ, তেওঁ বিয়াৰ দিনা ক্ষন্তেক দেখা দিয়ে। ব্যস্ত মানুহ বুলি মানুহেও তেখেতক বেয়া নাপায়। মোৰ ঘৰৰ মানুহবিলাক আহিলে তেখেতে বৰ বেয়া পায়; প্ৰায়ভাগ নাথাকেই। মই বুজি পাওঁ যদিও দুয়োফালে মিলাই দিওঁ। সিহঁতে ধৰিব নোৱাৰে। কিন্তু সৰু ছোৱালীজনী বাহিৰত পঢ়িবলৈ যোৱাৰ পৰা মই বৰ অকলশৰীয়া হৈ পৰিলোঁ। পিছত গম পালো তাইৰ চিন্তা-চৰ্চ্চাবোৰ সলনি কৰিবলৈহে দেউতাকে তাইৰ অনিচ্ছা সত্বেও বাহিৰলৈ পঠিয়াইছে।

সমাজৰ চকুত, তহঁতৰ চকুত, মোৰ ঘৰৰ মানুহৰ চকুত, অফিচত তেখেত অতি ভাল মানুহ, সৎ মানুহ, এজন সু-পুৰুষ। কিন্তু মাজে মাজে মোৰ সন্দেহ হয় তেখেতৰ যিটো চৰিত্ৰ মই দেখিছিলো বা সমাজে স্বীকাৰ কৰে সেয়া এক ভুৱা নেকি বাৰু? তেখেতৰ ভিতৰৰ মানুহজন সম্পূৰ্ণ বেলেগ প্ৰকৃতিৰ। তেওঁ বাৰু ইমান বছৰ অভিনয় কৰিয়েই কটাইছে নেকি?

আনহাতে ময়ো একো বেয়া কাম কৰা নাই। সমাজে মোকো ভাল বোৱাৰী, লক্ষ্মী বোৱাৰী বুলি য়েই আখ্যা দিয়ে। কিন্তু সেয়াইতো মোৰ বাবে যথেষ্ট নহয়। আমি যদি দুয়ো দুয়োকে মৰ্যদা নিদিও বা মৰম চেনেহ নকৰোঁ আমাৰ সংসাৰখন তিষ্ঠি থাকিব কেনেকৈ? সকলো বিবাহিতা নাৰীয়ে বিয়াৰ দিনটোত বা জন্মদিনটোত অন্যকাৰোবাৰপৰা নহলেও নিজৰ স্বামীৰপৰা অকণমান মৰম বা এষাৰ আন্তৰিকতা ভৰা শুভেচ্ছা বাণী বিচাৰে। তেখেতে মোকো কিবা এষাৰ কবলৈ সুবিধা নিদিয়ে, আঁতৰি ফুৰে। মোৰ মাইঁতৰ ঘৰলৈ বা কোনো বন্ধু-বান্ধৱীৰ ঘৰলৈ অহা-যোৱা কৰাটো তেখেতে পচন্দ নকৰে। মোৰ বা মানুৰ মানসিক প্ৰয়োজনৰ কথা কোনোদিনে তেওঁ এবাৰলৈও উপলব্ধি নকৰিলে। মেল-মিটিং, ফাংচন, দোকান-বজাৰ সকলোৰে পৰা তেওঁ মোক আঁতৰাই ৰাখিছে। অৱশ্যে ইবিলাকত মোৰ আক্ষেপ নাই। কিন্তু মোক তেখেতৰ সংগ লাগে। তেখেতে যদি ভাবিছে-মোক খাবলৈ দিছে, পিন্ধিবলৈ দিছে, থাকিবলৈ দিছে....তাতকৈ বেছি মোক কি

লাগে....সেয়া তেখেতৰ ভুল ধাৰণা। মই পুতৌৰ ওপৰত জীয়াই থাকিব নোখোজো। কিন্তু মই মৰিবও নোৱাৰো। তেন্তে মই কি কৰিম তয়ে কচোন।"- —মৰমীয়ে মোৰ গাত ধৰি জোকাৰি দিলে। "গতিকে মই ঠিক কৰিছো—মোৰ সৰু ছোৱালীৰ বিয়াৰ পিছতেই তপোব্ৰতক মই ডিভোৰ্চ কৰিম।"

সেইদিনা মই তাইক বহুত বুজালো। তাই কোনোমতে মান্তি নহয়। তাই হেনো অকলে থাকিব। ছোৱালী দুজনীয়ে তাইক চাব। উপায় নাপাই মই তাইক সকলো বুজাই বঢ়াই দি কাছাৰিলৈ অহা দিন বাৰ ঠিক কৰি দিলোঁ। মই দিয়া দিন কিন্তু কেইবাটাও পাৰ হ'ল, তাই কিন্তু নাহিল। মই মাজে মাজে ফোন কৰি খবৰ লৈ থাকো। তাই ভালেই আছো বুলি কয়। মই তাইৰ ডিভোৰ্চৰ কথা কিবা উলিয়াব খুজিলে তাই কিছুদিন এইবোৰ বাদ দিবলৈ কয়। গতিকে মই ভালেই পাওঁ। সিহঁতৰ মাজত কিবা বুজা-বুজি হোৱা যেন লাগে।

"তাই বাৰু তোৰ ঘৰলৈ অহা কিমান দিন হ'ল?" — মই সুধিলো।

"তিনিমাহমানেই হ'ল। আমি দুয়ো খুব ব্যস্ত থাকোঁ বাবে যাবলৈ সময় নাপাওঁ। তাৰ উপৰি তাইৰ ভাল বুলি খবৰ পোৱাৰ পিছত নিশ্চিন্ত হৈ তাইৰ কথা পাহৰিয়েই আছিলোঁ।"—মণিষাই কলে।

"তাই কেনেকৈ 'ঢুকাল বুলি গম পালি?"—মই সুধিলো।

ঃ আজি আঠদিন আগতে ৰাতিপুৱাই তপোব্ৰতে নয়নলৈ ফোন কৰিলে মৰমী ঢুকাল বুলি। আমি যেনেকৈ আছিলোঁ তেনেকৈয়ে মৰমীৰ ঘৰ ওলালোগৈ। 'মানু'য়ে কান্দি কান্দি কলে—তাই অহা এসপ্তাহ হ'ল, কিন্তু তাই অহাৰ আগৰপৰাই মাকৰ গাটো অলপ অলপ বেয়া, মাজে মাজে জ্বৰ উঠে, খুউব টোপনি যায়, দুৰ্বল হৈ বৰ ক'লা পৰিছে আৰু ক্ষীণাইছে। 'মানু'য়ে হেনো ডাক্তৰ মতাৰ কথা ক'লে তাই বাধা দি কয়—"মানু মই ভাল হৈ যাম তুমি চিন্তা নকৰিবা, এই দুদিনমান বেছি খোৱা নাই বাবেহে অলপ ক্ষীণাইছো।" মানুয়েও হেনো তাইৰ পঢ়া-শুনাৰ কামৰ লেঠা লৈহে ঘৰলৈ আহিছিল। ৰাতি দুয়ো একেলগে শোৱে যদিও মানুয়ে সোনকালে টোপনি যায়। মাকৰ কিবা হয় যদিও তাই একোৱেই গম নাপায়। মৃত্যুৰ দিনাও হেনো তাই মাকৰ লগতে শুই আছিল। ৰাতিপুৱা মাকক সাৱট মাৰি উঠিব খোজোতেই মাকৰ গাটো ঠাণ্ডা পাই দেউতাকক চিঞৰি মাতে। তপোব্ৰতেই হেনো দৌৰাদৌৰিকৈ ডাক্তৰ মাতে, কিন্তু ডাক্তৰে আহি মৰমীৰ মৃত্যু হোৱা বুলি জনায়।

"তই গৈ মৰমীৰ শটো দেখিছানে নাই?"—মই সুধিলো।

ঃ কেলৈ নেদেখিম, মই তাইৰ লগতে আছিলো। পৰিয়ালৰ সকলো মানুহ অহালৈ বৈ বৈ গধূলিহে সৎকাৰ কৰিছে। ডাঙৰ ছোৱালীজনীহে আহি নাপালে দুদিন পাছতহে পালেহি বেচেৰীজনী।

ঃ তাইৰ শটো বাৰু ক'লা পৰি গৈছিল নেকি মণিষা?

ঃ অ' বহুত দেৰি হোৱাৰ কাৰণে একেবাৰেই ক'লা হৈ গৈছিল। আৰু অলপ দিনৰ বেমাৰতে বৰকৈ ক্ষীণালে মৰমীজনী।

মোৰ মনটো যেন কিবা এটা অজান সন্দেহে আগুৰি ধৰিলে।

ঃ বল আমি মৰমীৰ ঘৰৰপৰা খবৰ লৈ আহো।

নয়ন, মই আৰু মণিষা মৰমীহঁতৰ ঘৰ পালোগৈ। ছোৱালী দুজনীয়ে কান্দিয়েই আছে। তপোব্ৰতে মনে মনে বহি আছে। তেওঁক দেখিলে দুখত ভাগি পৰা যেন অনুমান হয়। মই তাই থকা কোঠালৈ গৈ তন্ন তন্নকৈ সকলো চলো। কোঠাটো একেবাৰে খালি, তাত চাব লগা বা বিচাৰিব লগা একোৱেই নাই। মই কাম কৰা মানুহ দুজনীকো তাইৰ অসুখ হৈ থকা কেইদিনৰ কথা, তাই খোৱা-বোৱা কৰিছিল নে নাই, ঔষধ-পাতি খাইছিল নেকি ইত্যাদি সকলো কথা সুধিলো। কিন্তু কাৰোপৰা একো শুংসূত্ৰ উলিয়াব নোৱাৰিলো। কিছুসময় বহি, ছোৱালী দুজনী আৰু তপোব্ৰতক কিছু শান্ত্বনা দি পুনৰ মণিষাহঁতৰ ঘৰলৈ উভতিলোঁ। ঘূৰি আহোঁতে মণিষাৰ লগতে নয়নেও মোক বাৰে বাৰে সুধিলে—

ঃ আপুনি তেনেকৈ সবকে সুধি ফুৰিছে কিয় বাৰু?

ঃ আপুনি বেয়া নাপাব, মোৰ অলপ সন্দেহ হৈছে।

ঃ কিহৰ ওপৰত?

ঃ মৰমীৰ মৃত্যুত।

ঃ কি কৈছে? আপুনি তপোব্ৰতক সন্দেহ কৰিছে নেকি।? মই আপোনাৰ সৈতে কেতিয়াও একমত নহয়। তেখেতে ইমান জঘন্য অপৰাধ কেতিয়াও কৰিব নোৱাৰে। নয়নে দৃঢ়তাৰে ক'লে।

ঃ আপুনি মোক ভুল বুজিছে, মই তপোব্ৰতক অপৰাধী বুলি কব খোজা নাই। মই যদি কওঁ —মৰমী নিজেই মৰিছে।

ঃ তই তেনে অদ্ভুত কথা নকবি দেই। তাই ইমান জঘন্য কাম কেতিয়াও নকৰে। মণিষা জাপ মাৰি উঠিল।

আমি ইতিমধ্যে আহি মণিষাৰ ঘৰ পালোহি। কাপোৰ-কানি সলাই, মুখ-হাত ধুই আমি ৰাতিৰ আহাৰৰ কাৰণে বহিলোহি। কিন্তু কোনো এটায়ো খাব নোৱাৰিলোঁ। খোৱা টেবুলৰ পৰা উঠি নয়নে মোক ওচৰলৈ মাতিলে।

ঃ মৰমীৰ মৃত্যুৰ বিষয়ে আপোনাৰ সন্দেহটো বাৰু কেনেকুৱা? আপুনি উনুকিয়াই দিয়াৰ পিছত মৰমীৰ মৃত্যুৰ বিষয়ে মোৰো অলপ সন্দেহ হৈছে।

ঃ মোৰ সন্দেহ মতে মৰমীয়ে নিজেই কিবা বেয়া বস্তু খাইছে।

ঃ মানে বিহ খোৱা বুলি কব খুজিছ?—মণিষা আচৰিত হ'ল।

ঃ অকল্প কব খোজা নাই, মোৰ সন্দেহটো সত্য যেনেই লাগিছে। তাই কিবা এটা বেয়া বস্তু খাইছেই।

ঃ সঁচাকৈ যদি তাই বিহ খাইয়েই মৰিছে, তেন্তে তাইৰ দহ-পোন্ধৰ দিন বেমাৰ হৈ আছে কিয়? তাই বিষ খোৱাৰ অলপ সময়ৰ ভিতৰতে মৰি থাকিব লাগিছিল। মণিষাৰ কথাষাৰত নয়নেও যোগ দিলে।

ঃ সেইটো কথা নহয়। বিষপান কৰা মানুহ এজনৰ মৃত্যুৰ সময়সীমা নিৰ্ভৰ কৰে মানুহজনে গ্ৰহণ কৰা বিহৰ প্ৰকাৰ আৰু দ'জৰ পৰিমাণৰ ওপৰত। "চাইনাইদ" "আৰচেনিক" আদি এচিদ জাতীয় বিহে অতি কম সময়ৰ ভিতৰতে ক্ৰিয়া কৰে। ইবিলাক বিহৰ পৰিমাণৰ কথা নাই। কিন্তু "মাৰকিউৰি" আদি বিহে পৰিমাণ লৈ ক্ৰিয়া কৰে। যিটো দ'জৰদ্বাৰা মানুহে নিমিষতে মৃত্যুৰ মুখত পৰিব পাৰে সেই দ'জটোকে যদি পোন্ধৰ দিন বা বিশ দিনত ভাগ কৰি খোৱা যায়, তেন্তে সি লাহে লাহে ক্ৰিয়া কৰিব। মৰমীয়ে তেনে কৰা বুলিয়েই মোৰ অনুমান হয়। তাইৰ পোন্ধৰ-বিশদিনমানৰ পৰা বেমাৰ, তাৰমানে তাই পোন্ধৰ-বিশদিন আগৰপৰাই বিহ খোৱা আৰম্ভ কৰিছে। সেয়েহে তাইক লাহে লাহে আক্ৰমণ কৰি আহিছে। তাই ক্ষীণাইছে, কলা পৰিছে, খাবলৈ মন নোযোৱা হৈছে, দুৰ্বল হৈছে ইত্যাদি ইত্যাদি। যাক আমি 'শ্লো-পয়জন' বুলি কওঁ। আৰু আটাইতকৈ সন্দেহজনক কথাটো হৈছে, তাই ডাক্তৰ মাতিব নিদিলে আৰু আমাক কাকোৱেই খবৰ নিদিলে। আৰু মণিষাই যে কৈছে, তাই সৎকাৰ কৰা সময়লৈকে একেবাৰে কলা পৰি গৈছে আচলতে তাইৰ গোটেই দেহাটোৰ ওপৰত বিহে ক্ৰিয়া কৰিছে।

আমাৰ অন্তৰে হাহাকাৰ কৰি উঠিল। আমি যেন চিঞৰি চিঞৰি সকলোকে কৈ দিম, মৰমীৰ মৃত্যু হোৱা নাই, তাইক হত্যা কৰা হৈছে। এক নিৰ্মম সত্য। কিন্তু তাক বাৰু আমি কিদৰে প্ৰমাণ কৰিম ? □

# চেনেহী জেঠাই গৰাকী

হঠাত নীৰৱ হৈ পৰা তেখেতক দেখি ময়ো উপলব্ধি কৰিছিলোঁ—জীৱনৰ পৰিবৰ্ত্তন। প্ৰকাশ নকৰিলেও কিবা এক অনামি দুখে তেখেতৰ মনটো ঢাকি পেলাইছিল। সেই দুখৰ সাক্ষী তেখেতৰ একান্ত নিজস্ব সময়। মই কিন্তু তেখেতৰ লগত নিবিড় ভাৱে জড়িত—সেয়েহে তেখেতৰ নীৰৱতা মোৰ বাবে অসহ্যকৰ। হয়তো তেখেতৰ বুকুৰ মাজত গোপনে পুহি ৰখা সেউজীয়া স্মৃতিবিলাক ৰোমন্থন কৰি তেখেত নীৰৱ হৈ পৰিছে।

জীৱনটোক একেবাৰে সহজভাৱে লৈছিল—মানুহগৰাকীয়ে। অত্যন্ত সৎ স্বামীৰ সৎ উপাৰ্জনৰে পৰিয়ালটো গঢ় দিছিল, ঘৰখন সুন্দৰকৈ পাতিছিল। মৰম, চেনেহ আদৰ সমাদৰ আৰু মৰ্যদাৰে গোটেই পৰিয়ালটোক বান্ধি ৰাখিছিল। সৰুসুৰা আপদ বিপদে তেখেতৰ সুন্দৰ মনটোলৈ নহলেবা সুন্দৰ হাঁহিটোলৈ অলপো পৰিবৰ্ত্তন আনিব পৰা নাছিল। সৰু সৰু সাধাৰণ বস্তুবিলাকেই যেন তেখেতৰ হাতৰ পৰশত জীৱন্ত ৰূপ পাই উঠিছিল। ৰন্ধা-বঢ়া, বোৱা-কটা, চিলাই, সজোৱা-পৰোৱা সকলো ক্ষেত্ৰতে তেখেত বিশেষভাৱে চৌখিন আৰু পৰিপাতি আছিল। জীৱনৰ খলা বমা বাট পথ সমান্তৰাল কৰি তেখেতে ঘৰখন পাতিছিল। ল'ৰা-ছোৱালী তিনিওটিক মানুহ কৰিলে। বয়স কিছু হৈছে যদিও তেখেত গাভৰু যেন হৈয়ে আছে। ওখ, লাহি দেহাৰে, কলা দীঘল চুলিটাৰী, নীলা আঁকি - থোৱা কৰুণ চকুযোৰ আৰু মুখত লাগি থকা সেই অপূৰ্ব হাঁহিটো। এইবিলাক সকলোৰে ওপৰত আছিল তেখেতৰ ব্যৱহাৰ, ইমান শুৱলা কণ্ঠ, মাতষাৰতেই মানুহ মুগ্ধ হৈ পৰিছিল। নম্ৰ সুগন্ধী তেখেতৰ চৰিত্ৰ। অল্পভাষী — কিন্তু হাঁহি আৰু চাৱনীতেই যেন বহুত কথা প্ৰকাশ পাইছিল। সঁচাকৈ জীৱনৰ সুভাস ভৰা দিনৰ স্মৃতিৰে, সৌন্দৰ্য্যক নিস্প্ৰভ কৰিব নোৱাৰা হাঁহিৰে, মধুৰ ভাষিনী মানুহগৰাকীৰ জীৱনলৈও যে বেদনা আহিব পাৰে!

তেখেতৰ স্বামী আগৰ এল-এম-পি-ডাক্তৰ, ডাঙৰ ছোৱালী 'মমী'। বিয়া দিছে, ইঞ্জিনিয়াৰ ল'ৰা বিদেশত থাকে। ডাঙৰ ল'ৰা ডাক্তৰ হৈ ওলাইছে-নাম সপোন বৰুৱা। সৰু ল'ৰা, বি-এ পঢ়ি আছে, নাম আকাশ বৰুৱা। একেবাৰে মাৰ্জিত পৰিয়াল উভৈনদী নহয়, অনাটনো নহয়। হিচাপত চলে-ঘৰৰ আটাইখিনি

কাম তেখেতে নিয়াৰিকৈ সম্পাদন কৰে। ভগৱানৰ প্ৰতিও অগাধ বিশ্বাস। মুঠতে এগৰাকী সু লখিমী গৃহিনীৰ আটাইখিনি গুণ তেখেতৰ গাত বিদ্যমান বুলি কলেও বেছি কোৱা নহ'ব।

এয়া—মোৰ জেঠাইৰ কথা কলোঁ। মোৰ ধুনীয়া জেঠাইগৰাকী। মোৰ আৰু ভাইটি 'ৰুন' ৰ বয়সৰ ব্যৱধান কম হোৱাৰ বাবে জেঠাইয়ে মোক লৈ আহিল—তেওঁলোকৰ ঘৰলৈ। মই জেঠু জেঠাইৰ লগতে ডাঙৰ হলো। পঢ়াশুনাও কৰিলো। মই বিয়া নকৰালো। এম এৰ ৰিজাল্ট বৰ ভাল হোৱাৰ বাবে অতি সহজে কলেজত চাকৰি পালো—মই দৰ্শনৰ প্ৰৱক্তা। মাজে মাজে কিবা কিবি লিখো। জেঠাইৰ নীৰৱতা দেখি দেখি জেঠাইৰ বিষয়ে লিখিবলৈ মন গল—

জেঠাইৰ ডাঙৰ ল'ৰা সপোন বৰুৱা মানে মুন বাবা (আমি সকলোৱে তাক মুন বাবা বুলিয়েই মাতো) নিজৰ ঠাইতে এখন নাৰ্ছিংহোমত সোমাইছে। গতিকে দুই এক বিয়াৰ প্ৰস্তাৱ আহিছেই। জেঠু জেঠাই আৰু মই আলেঙে আলেঙে ছোৱালীয়ে নজনাকৈ বহুত ছোৱালী চালো। অৱশেষত—'কবিতা দুৱৰা'ক পচন্দ হ'ল। ছোৱালীৰ ঘৰলৈ গৈ বিয়াৰ সকলো ঠিক ঠাক কৰি অহা হ'ল। ছোৱালী ধুনীয়া, ঘৰখনও ভাল। সময়ত বিয়া নিয়াৰিকৈ পাৰ হৈ গ'ল। বিয়া খাবলৈ অহা মানুহৰ মুখে মুখে বিয়াৰ কথা। দুই তিনিমাহ আগৰপৰাই জেঠাইয়ে বিয়াৰ সকলো ব্যৱস্থা বৰ সাৱধানেৰে আৰু নিয়াৰিকৈ যুগুত কৰিছিল। জেঠাইৰ ডাঙৰ ছোৱালী মমিবাও এটা চৰ্ত্তত হে বিয়ালৈ আহিছিল—বিয়া শেষ কৰি তেওঁলোকে জেঠু-জেঠাইক আমেৰিকালৈ লৈ যাব। গতিকে কথা মতে কাম। বিয়াৰ এমাহ পিছত তেওঁলোক মমিবাৰ লগত যাবলৈ সাজু হ'ল। জেঠাইয়ে নিজৰ লাগতিয়াল বস্তু সকলো ঠিক কৰি ললে। লাৰু পিঠা, আচাৰ খাৰলি আদিও টোপোলা বান্ধিছিল, যদিও, আইনৰ পেছত সোপাকে এৰিব লগা হল। ইতিমধ্যে মমিবা আৰু ভিনদেউৱে তেওঁলোক যোৱাৰ বাবে দৰকাৰী সকলো কাগজ-পত্ৰ, 'মেডিকেল ইন্সোৰেঞ্চ', হেল্‌ঠ চাৰ্টিফিকেট আদিৰ কাম কৰি ললে। 'ভিছা'ৰ বাবে বহুত ঘূৰা ধূৰি কৰিব লগা হ'ল। মুঠতে সকলো যা-যোগাৰ হোৱাৰ পিছত নিৰ্দিষ্ট দিনত তেওঁলোক আমেৰিকা পালেগৈ।

প্ৰথমে সদায় গধূলি ফোন কৰিছিল। পিছত অৱশ্যে কিবা নতুন বস্তু দেখিলে বা নতুন ঠাইলৈ গ'লেহে ফোন কৰে। বিশেষকৈ মোলৈহে ফোন কৰে—ঘৰখনৰ আৰু ঘৰৰ আটাইকে খবৰ লয়।

জেঠাইহঁত যোৱাৰপৰা মোৰ ঘৰখন বৰ উৰুঙা উৰুঙা লগা হ'ল। বৰ অকলশৰীয়া অনুভৱ কৰোঁ। ঘৰখনত জেঠাইৰ যি দায়িত্ব সেইখিনি তেখেতে মোৰ ওপৰতে দি থৈ গৈছে। সৰুৰেপৰা তেখেতৰ লগতে থাকি থাকি মই তেখেতৰ পৰাই এই সকলো কৰিবলৈ শিকিলো। বিশেষকৈ জেঠাইযে আগৰ নিয়ম-নীতিবিলাক এৰিব পৰা নাই। সেয়েহে মোকও ৰান্ধনী ঘৰলৈ বা গোসাই ঘৰলৈ যোৱাৰ সকলো নিয়ম নীতি তেখেতে শিকাই বুজাই লৈছে। মই গোসাইঘৰ আৰু ৰান্ধনীঘৰৰ গোটেইখিনি কাম কৰি লৈহে 'সোণবাবা' মানে আকাশ বৰুৱাৰ সৈতে কলেজলৈ যাওঁ। কবিতা আৰু মুন বাবাই পিছত খোৱা-বোৱা কৰে আৰু মুন বাবা অফিচলৈ ওলাই যায়। কবিতা নতুন হৈয়ে আছে--গতিকে মই তাইক একো কৰিবলৈকে নিদিওঁ-- জেঠাই আহি শিকাই, বুজাই লব।

আমি কলেজৰ পৰা ঘূৰি আহি প্ৰায়েই বন্ধ ঘৰেই পাওঁহি। 'মুন বাবা' আৰু 'কবিতা' ক'ৰবাত ওলাই যায়। মই পিছে বেয়া নাপাওঁ--'নতুন দৰা-কইনা, -- এতিয়াই ফুৰাৰ সময়। মোৰ হাততো এপাট ছাবি থাকে। সোণ বাবা সোনকালে আহি পালে অলপ লেঠা--তাৰ ককায়েকৰ ওপৰত খং উঠে। সি ঘৰৰ সৰু বুলি অলপ আলসুৱা। গতিকে সি গধুলিহে ঘৰ সোমায়হি-তাৰ পঢ়াশুনাকে আদি কৰি দৈনন্দিন ৰুটিনখন সলনি হোৱাৰ বাবে-চহেৰাটো বেয়া হৈছে। তাৰো উপৰি জেঠাইলৈকো মনত পৰি থাকে- মই তাৰ কিবা এটা ব্যতিক্ৰমৰ কথা ভাবি থাকোঁতেই মোৰ 'মা'ৰ ফোন আহিল মোৰ ভণ্টিৰ জন্মদিন।

শনিবাৰ, ৰবিবাৰ বন্ধ থকাৰ বাবে আমি দুটা মানে মই আৰু সোনবাবা যাবলৈ ওলালো। আমি গৈ ওলোৱা দেখি মাহঁতেও বৰ ভাল পালে। সেই দুদিন সোণবাবাই বৰ স্ফূৰ্তিত কটালে। মোৰ দুদিনমান থাকিবৰ মন আছিল--পিছে কলেজ আছে, ঘৰৰো দায়িত্ব। আমি ঘৰলৈ উভতিলো। মাত্ৰ দুদিনৰ কাৰণে গৈছো যদিও, আমি আহি পোৱাত কবিতাই আৰু সোনবাবাই বৰ ভাল পালে--সিহঁতৰ বোলে এই দুদিনত বৰ বেয়া লাগিছিল। আমি মুখ হাত ধুই আহো মানে কবিতাই টেবুলত চাহ ঠিক কৰি বৈ আছে--মই আচৰিত হলো, ভালো পালো। সোণবাবাক মাতি চাহ খাবলৈ বহিলো। কবিতাই নাখায় নেকি সুধিলো--কবিতাই ৰান্ধনীঘৰৰ ফালে চাই "মাকনি" বুলি মাতি কাৰোবাক চাহ আনিবলৈ ক'লে... মই আচৰিত হলো-এজনী ডাঙৰ শকত ছোৱালীয়ে চাহ লৈ ওলাই আহিল- অবাক হৈ মই তাইলৈ চাই থকা দেখি কবিতাই একেবাহে কৈ গ'ল -'তাই

সৰুৰেপৰাই আমাৰ ঘৰত আছিলে, সকলো কাম শিকিলে, তাই আহিল যেতিয়া আমাৰ আৰু চিন্তা নাই ঘৰখন চম্ভালি লব। সোনবাবাই এতিয়া খালি ঘৰ নাপায়হি- তাইটো অনবৰত ঘৰতেই থাকিব।" মই একোৱেই উত্তৰ দিব নোৱাৰিলো-কেৱল মাকনিলৈ চাই থাকিলো। তাই পিন্ধা 'ফ্ৰক'টো বৰ চুটি, কলাফুল কেইটা বৰ শকত, মানুহজনী কিচ্ কিচিয়াকৈ ক'লা, ফ্ৰকৰ ডিঙিটো বৰ দ কৈ কটা তলৈলৈ চাপৰি ঘৰ সাৰিলে দেখো সৰ্বনাশ, 'বাইদেউ'- কবিতাৰ মাতত মই চক্‌খাই উঠিলো, মোৰ ভাৱনাত যতি পৰিল। তাই ঠিকেই আছেনে সুধিলে। মই মূৰ জোকাৰি শলাগিলো। পিছত নিজৰ কোঠালৈ আহি মই জেঠাইৰ কথাকে ভাবি থাকিলো-জেঠায়ে ইমান আটোম টোকাৰিকৈ ৰখা ৰান্ধনীঘৰটোৰ কথা, বাহিৰা মানুহ কাকোয়েই সোমাব নিদিছিল। সকলো কাম নিজেই কৰে। ঘৰৰ বাকী কেইটা কোঠালীতো তেখেতৰ হাতৰ পৰশত সজীৱ হৈ থকা বস্তুৰে সু-সজ্জিত। প্ৰয়োজনীয় আৰু মাৰ্জিত বস্তুৰে সজোৱা এখন সুখ-স্বাচ্ছন্দ্যৰে ভৰা ঘৰ।

পিছদিনাৰপৰা দেখিলো মাকনিয়ে ঘৰৰ সকলো কাম কৰা হ'ল—ৰন্ধা-বঢ়া, সজোৱা-পৰোৱা, খোৱা-বোৱা আদি, মুঠতে ঘৰৰ সকলো দায়িত্ব তাইৰ ওপৰত। ৰন্ধাৰ ধৰণটো বেলেগ হ'ল—তেল মচলা বেছি থকা আধুনিক খোৱা। খাবলৈ সোৱাদ হয় যদিও, জেঠাইয়ে ৰন্ধা সৰু মাছৰ বতন দিয়া টেঙাখন, কলাখাৰ দিয়া তিতাখন আৰু পাতত দিয়া মাছ কেইটাৰ সোৱাদ  পাহৰিব নোৱাৰি। মাকনিয়ে আকৌ সেইবিলাক নাজানে। তাই চিকেন-পোলাও, ৰৌ মাছৰ মালাইকাৰী, পনিৰ, চাও এইবিলাকহে বনাব জানে। এইবিলাক সদায় খাই থাকিব নোৱাৰি—প্ৰথমে অৱশ্যে দুই এদিন ভালেই লাগে। তাই ৰান্ধনীঘৰৰ গৰাকী হোৱাৰ পৰা ময়ো কাম কৰিবলৈ বেয়া পাওঁ—কবিতাই বেয়া পায় বুলি ভয় লাগে—হাজাৰ হলেও মইটো লোকৰ ঘৰৰ ছোৱালীহে।

মই কলেজৰপৰা আহি পাওঁ মানে ঘৰখনৰ সজোৱা ধৰণটো সদায় বেলেগ হৈ থাকে। সোনবাবা জেঠু জেঠাই আৰু মোৰ কোঠালি কেইটা সদায় মই চাফ্ চিকুণ কৰো—মাকনিক সেই কেইটাৰ কাম কৰিব নিদিওঁ। কিন্তু, বাকী কেইটা কোঠালিৰ নক্সাই সদায় বেলেগ ৰূপ লয়। কিছুমান পুৰণা বস্তু বাহিৰ কৰি দিয়ে। জেঠাইয়ে পুৰণ চিলাইৰে ভৰাই কৰি থোৱা বাহৰ চালনিখন বাহিৰলৈ উলিয়াই দিওঁতে মোৰ মনটো বৰ বেয়া লাগিছিল-আমাৰ ঘৰলৈ অহা মানুহবিলাকৰ প্ৰথম সেইখনতে চকু পৰে—'সেইখন কোনে বনাইছে'?—জেঠাইয়ে মূৰ দুপিয়াই

সঁহাৰি জনাই যিমানহে সন্তুষ্টি লাভ কৰে। মই চালনিখন আনি জেঠাইৰ কোঠালিত থৈ দিলোহি। পিছে মই সেইটো কৰি লেঠাহে লগালো—পিছদিনাৰপৰা জেঠায়ে বনোৱা ফুলদানি, টেবুলক্লথ, চোফাৰ কাপোৰ সকলো আহি জেঠাইৰ কোঠালীতে জমা হলহি আৰু তাৰ ঠাইত নতুন নতুন ধৰণৰ বজাৰৰ বস্তুয়ে ঘৰ ভৰি পৰিল। জেঠায়ে সজোৱা সতেজ ফুলৰ ঠাইত সঁচাযেন লগা প্লাষ্টিকৰ ফুলে ঠাই পালে।

মুনবাবা আজি কালি বৰ ব্যস্ত। আগৰদৰে ফুচুৰি কথা কৈ হাঁহি মাতি থকা, খোৱা বস্তুৰ জুতি লোৱা, সোণবাবাৰ লগত ধেমালি কৰা এইবিলাক কৰিবলৈ তাৰ সময় নাই। সি ব্যস্ত নহলে উপয়াই নাই—কাৰণ ঘৰখনৰ খৰচ আগতকৈ বহুত বাঢ়িল। বিবিধ ধৰণৰ খোৱা, ঘৰখন আধুনিক ধৰণে সজোৱা-এইবিলাকে তাক যন্ত্ৰৰদৰে কৰি পেলাইছে। সোন বাবাৰ অৱশ্যে সকলো খৰচ মই বহন কৰো। মই চাকৰিত সোমোৱাৰ পিছতেই জেঠুক কিছু ৰেহাই দিওঁ বুলি তাৰ দায়িত্ব মই লৈছো।

জেঠু-জেঠাই আহি পাবৰ হ'লহি—দুমাহ সময় পাৰ হ'ল। মোৰ অৱশ্যে এই দুমাহেই দুবছৰ যেন লগা হ'ল। মই ঘৰখন কিছু আগৰদৰে কৰিব খুজিছো যদিও, পৰা নাই। ঘৰখনে নতুন ৰূপ ললে। নিদৃষ্ট দিনত জেঠাইহঁত আহি পালেহি। মুন বাবা আৰু সোণবাবা তেওঁলোকক আনিবলৈ বিমান বন্দৰলৈ গল। মই আৰু কবিতাই ঘৰতে জেঠাইহঁতলৈ অপেক্ষা কৰিলো। গাড়ীৰ হৰ্ন শুনাৰ লগে লগে আমি দুয়ো পদুলীমুখলৈ ওলাই গ'লো। জেঠাইজনী বৰ ধুনীয়া হৈ আহিছে, জেঠু অৱশ্যে একেই আছে। ঘৰৰ বাৰাণ্ডাত থিয় হৈয়েই জেঠাইৰ মুখখন উজ্বলি উঠিল—ধৰিব পৰা হৈ পৰিছিল ঘৰলৈ উভতি আহি যে তেখেতে কিমান আনন্দ লাভ কৰিছে। বহুত দিন নেদেখা ঘৰখনৰ চাৰিও ফালে চকু ফুৰাই —'অ' দুৱাৰমুখত লগোৱা লাইটটো বৰ ভাল হৈছে দিয়া, পৰ্দাবিলাকো সলালা?' কবিতাক উদ্দেশ্য কৰি কথাবিলাক ক'লে—'পুৰণা হৈছিল নহয় ভালেই কৰিলা'। লাহে লাহে ভিতৰলৈ সোমাই অহাৰ লগে লগে তেখেতৰ মুখৰ উজ্বলতা কমি আহিল। আধুনিক ধৰণে সজোৱা আটাইকেইটা কোঠালি পাৰ হৈ আহি নিজৰ কোঠাটো পালেহি। তেওঁৰ চিনাকি বস্তুৰে ভৰি থকা ডাঙৰ কোঠালিটোৰ চালে বেৰে চকুফুৰাই তেখেত বিছনাখনত বহি পৰিল। তেখেতক যেন বহুত ভাগৰে আগুৰি ধৰিছে। কিবাকিবি ভাবি ভাবি তেখেতে বিছনাখনত বাগৰি দিলে। মই জেঠাইৰ ওচৰতে বহিলো।

অলপ পিছত কবিতাই মাকনিৰ হাতত চাহ জলপান দি জেঠু-জেঠাই কোঠাতে দিবলৈ আহিল। মাকনিৰ হাতত চাহ দেখি তেখেত বজ্ৰপাত পৰা মানুহৰ দৰে নিঠৰ হৈ ৰ'ল। কবিতাই মাকনিৰ চিনাকি দিলে। প্ৰত্যুত্তৰত কিন্তু তেখেতে একোৱেই কব নোৱাৰিলে। মুন বাবা, সোনবাবা ও আহি আমাৰ ওচৰতে বহিলহি। মুনবাবাই জেঠাইৰ পৰিবৰ্ত্তনৰ কথা কিছু উমান পাইছে যদিও অতি সহজভাৱেই গ্ৰহণ কৰি লৈছে। সোণবাবাই কিন্তু বিশেষ একো ধৰিব পৰা নাই। জেঠুৱে এই সকলো বিলাক দেখা পাই বা বুজি পাই ও নিৰ্বিকাৰ হৈ আছে–তেওঁলোক দুয়োজনৰ সম্পূৰ্ণ নিজস্ব সময়ত জেঠাইক হয়তো বুজাব—"তুমি এইবিলাক বাদ দিয়া, নিজকে কষ্ট দিটো আৰু লাভ নাই, — নহলে সিহঁতক বেলেগে থাকিবলৈ কওঁ"?–

সেইটো জেঠাইৰ বাবে আৰু কষ্টকৰ, নিজৰ বেদনাবিলাক চেপি ৰাখি তেখেত নিজেই নিঃশেষ হৈ যাব–কিন্তু মুন, সোণক বুকুৰপৰা আঁতৰাই পঠাব নোৱাৰে। সিহঁতক সদায় বুকুত সাৱতি ৰাখি নিজৰ হাতৰ খোৱা, বোৱা কৰাইয়ে ডাঙৰ কৰিছে। অৱশ্যে জেঠাইয়ে ভবা ধৰণেই সিহঁত ডাঙৰ হ'ল, মানুহ হ'ল। স্বভাৱ চৰিত্ৰও বৰ ভাল, মাক দেউতাকৰ কথাও আখৰে আখৰে পালন কৰিছিল।

আজি জেঠাইহঁত আহি পোৱা পোন্ধৰ-বিশদিনেই হ'লহি। কিন্তু জেঠাইৰ মুখৰ সেই ধুনীয়া হাঁহিটো আৰু মুখৰ উজ্জ্বলতা ঘূৰি নাহিল। তেখেত মানসিক দণ্ডত ভুগিছে। তেখেতৰ মানসিকতাই মোক ক্ষুণ্ণ কৰিছে। কাৰণ, জেঠাই ইমান কঠোৰ নহয়—আজিকালিৰ নতুন প্ৰজন্মৰ লগত খাপ খোৱাকৈ ঘৰ এখন সজোৱাত নহলেবা জেঠাইৰ বহুত দিনৰ যিটো পৰম্পৰা সেই অসমীয়া সংস্কৃতিৰ গোন্ধ থকা পৰম্পৰাটো সলনি কৰাত তেখেতৰ সন্মতি বা কিছু সময়ৰ প্ৰয়োজন বোধ কৰিলেহেঁতেন তেতিয়া হয়তো তেখেতৰ মানসিকতাত ইমান আঘাত নাপালেহেঁতেন। কাৰণ জেঠায়ে ইমান কষ্টৰে আৰু ইমান সযতনে ৰখা ঘৰখনৰ পৰম্পৰাটো ইমান সোনকালে সলনি নকৰা হলেও সেইখন ঘৰৰ মৰ্যদা কমি নগ'লহেঁতেন। ইমান কষ্টেৰে ল'ৰা ছোৱালীক মানুহ কৰা সুন্দৰ ঘৰ এখন পতাৰ বিনিময়ত তেওঁলোকে আমাৰ পৰা একো বিচৰা নাই! কিন্তু, আমি নতুন প্ৰজন্মটোৱে প্ৰতিদানত যদি তেওঁলোকক অলপ শান্তি দিওঁ সেয়াই জানো আমাৰ বাবে যথেষ্ট নহয়? ❒

# সীমাহীন শূন্যতা

টক্ টক্ টক্ ...............

দুৱাৰত এটি মৃদু টোকৰ.....

পৰিমিতা পৰিমিতা;

দুৱাৰখন খুলি — কোন?

'অ' চাৰ, আপুনি! কিয় আহিলে, চাৰ? চাৰ যে এনেকৈ আহিব ভবাই নাছিলো, কিয় আহিল বাৰু চাৰ?"

অনুপমৰ কোনো উত্তৰ নাই, কেৱল একেথৰে পৰিমিতালৈ চাই ৰ'ল.....

পুনৰবাৰ পৰিমিতাই মাতিলে.......

'চাৰ'?

অনুপমে যেন সাৰ পালে, অলপ ইতস্ততঃ অনুভৱ কৰিলে—'মই এনেই আহিছিলো, যাওঁ দিয়া'। নয়নাৰ কথা ভাবি ভাবি অনুপমে কোনো সিদ্ধান্তত উপনীত হ'ব পৰা নাছিল। কি কৰিলে নয়না সন্তুষ্ট হ'ব! সেয়েহে এদিন কলেজৰপৰা উভটি অহাৰ সময়ত তেওঁ পৰিমিতাক লৈ গৈ নয়নাৰ সৈতে মুখামুখি কৰি সকলো ভুল বুজা বুজি নাইকীয়া কৰি দিয়াৰ কথা ভাবিছিল অনুপমে। কিন্তু নোৱাৰিলে—– ইমান জঘন্য কাম এটি তেওঁ কেনেকৈ কৰিব? এজনী ছাত্ৰীক অপমানিত কৰাৰ উপৰিও নিজেও অপমানিত হ'ব। মনৰ সন্দেহৰ বাহিৰে তাততো একো সত্যতা নাই। সেয়েহে অনুপম আৰু পৰিমিতাৰ পবিত্ৰ সমন্ধটো কোনো ধৰণৰ চেকা নলগোৱাকৈ অনুপম ঘূৰি আহিল—পৰিমিতাৰ ঘৰৰপৰা।

অনুপমৰ কলেজখনতে স্নাতকৰ প্ৰথম বাৰ্ষিকত নাম লিখিছে পৰিমিতাই। খুউব ধুনীয়া ছোৱালী নহয় যদিও, মৰম লগা, ব্যৱহাৰত নম্ৰ, পঢ়া শুনাত ভাল, প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা আৰু দ্বাদশ শ্ৰেণীৰ পৰীক্ষাত উত্তীৰ্ণ হৈ কলেজীয়া জীৱনৰ আৰম্ভ কৰিছে তাই। প্ৰতিটো বিষয়কে ভালকৈ আৰু পৰিপাটিকৈ

 

জানি বুজি লোৱাত বৰ আগ্ৰহী পৰিমিতা। সেয়েহে প্ৰতিটো বিষয়ৰ সকলো কেইজন প্ৰবক্তাৰ লগতে ভাল ধৰণে চিনাকি পৰিমিতা আৰু সকলোৰে প্ৰিয় ছাত্ৰী আৰু সকলোতকৈ প্ৰিয় হৈ পৰিছিল অৰ্থ বিজ্ঞানৰ অনাৰ্চৰ প্ৰবক্তা অনুপম শইকীয়াৰ। পৰিমিতাই কলেজত নাম লগোৱাৰ তিনিমাহ মান পিছত এদিন এটা সোমবাৰত কলেজৰ ছোৱালী কমনৰুমত সোমাব ধৰিয়ে তাই ছোৱালীবিলাকৰ মাজত হাঁহি, গুণগুণনি শুনিলে— লগে লগে দৌৰি আহিল ৰুমি, লাৱণ্য, ৰানু, মলয়া—একেলগে বহুত মাত শুনিলে পৰিমিতাই—"পৰি, আমাৰ এজন নতুন চাৰ আহিছে অৰ্থবিজ্ঞানৰ, আমাক চাগে অনাৰ্চৰ ক্লাচ পাব, অসম্ভৱ ধুনীয়া, বৰ মৰম লাগে, জান?"——

আৰু সেয়াই আছিল অনুপম শইকীয়া। এমাহৰ ভিতৰতে পৰি হৈ পৰিল অনুপমৰ প্ৰিয়। অসম্ভৱ মৰম কৰিছিল তাইক অনুপমে—সেই মৰমত কিন্তু কোনো কৃত্ৰিমতা নাছিল,"এজন প্ৰিয় শিক্ষকে এজনী প্ৰিয় ছাত্ৰীক কৰা অকৃত্ৰিম মৰম। কিন্তু কলেজৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী মহলেও সিহঁতৰ সম্বন্ধক সহজভাৱে লব পৰা নাছিল, সকলোৰে মনত সন্দেহে ঠাই লৈছিল।

পিছে সকলোৰে সন্দেহ দূৰ কৰি কলেজত সোমোৱাৰ পাঁচ মাহ পিছতেই অনুপম শইকীয়াই বিয়া কৰালে অৰ্থবিজ্ঞানতেই এম এ পাছ ছোৱালী অতিকৈ ধুনীয়া নয়না চলিহাক।

অনুপমৰ বিয়াৰ চাৰিবছৰ পাৰ হ'ল। এতিয়া অনুপম শইকীয়া 'দেউতা' হ'ল আৰু নয়না 'মা'। খুউব মৰম লগা নোদোকা স্বাস্থ্যৰ মিকুমণিৰ মাক-দেউতাক। আনহাতে পৰিমিতা—তাই এতিয়া নিজে পঢ়া কলেজখনৰে অৰ্থবিজ্ঞানৰ প্ৰবক্তা। আগৰ দৰেই শ্ৰদ্ধা কৰে অনুপমক। অনুপমেও আগৰ দৰেই মৰম কৰে। আৰু নয়না—? স্বামীৰ প্ৰতি অসম্ভৱ মৰম আৰু ভালপোৱা। দুয়ো দুয়োৰে মৰমৰে গঢ়ি তোলা এখন সুখৰ সংসাৰ। কলেজৰ পৰা সময়মতে ঘৰলৈ অহা অনুপমলৈ এসোপা মৰম আৰু এসোপা ভালপোৱা লৈ বাট চাই থকা নয়নাই কাহানিবা অনুপমৰ দেৰি হলে বাউলি হৈ পৰে, মনটোৱে বুজনি নামানে তাইৰ। কিন্তু ; এদিন তিনিটা বা চাৰিটা বজাৰ সলনি অনুপম ঘৰলৈ আহিল ছয় বজাত। নয়না বৈ বৈ হায়ৰান হৈ পৰিল—অনুপম আহি পালেই তাই সদায় খোৱাৰ দৰে একেলগে চাহ খাব। মিকু মণিকো কাম কৰা ল'ৰাটোৱে ফুৰাবলৈ লৈ গ'ল—পৰিমিতাই বৰ অকলশৰীয়া অনুভৱ কৰিছে—এনেতে অনুপমে তাইক মাতি মাতি সোমাই আহিল।

"নয়না আজি বৰ দেৰি হ'ল নহয়!"

'ওঁ মই তোমালৈকে বাট চাই আছো—কিয় দেৰি কৰিলা?'

—"আজি পৰিৰ জন্মদিন, ঘৰলৈ মতা নাই, কলেজতে বহুত কিবা কিবি আনি খুৱালে, খাওঁতে খাওঁতে দেৰি হৈ গ'ল'

—পৰিমিতাক কিবা উপহাৰ দিলানে নাই পিছে—

—নাইতো—কিবা দিব লাগিছিল নেকি?

—বৰ আচৰিত মানুহ তুমি! জন্মদিন পেট ভৰাই খালা, কিন্তু; একো উপহাৰ নিদিলা, বাৰু, সেইবিলাক বাদ দিয়া এতিয়া কাপোৰ কানি সলাই জিৰণি লোৱাহি'।

পিছদিনা অনুপমে কলেজৰপৰা অহা পুনৰ দেৰি কৰিলে নয়নাই বাট চাই ভাগৰি নপৰোতেই অৱশ্যে অনুপম আহি ওলালহি।

—আজি আকৌ দেৰি কৰিলা যে ? তোমাৰ দেৰি হলে মোৰ কি অৱস্থা হয় নাজানা জানো?

— ঠিক আছে আজিৰপৰা সময়মতে আহিম, হবতো? তুমি যে কালি কৈছিলা পৰিক একো উপহাৰ নিদিয়াৰ কথা—সেইবাবে তাইক লৈ কলেজৰপৰা বাহিৰে বাহিৰে তুমি কাপোৰ কিনা দোকানখনলৈ গৈ এখন চাদৰ কিনি দিলো, বেয়া হ'ল নেকি?

নয়নাৰ মনটো সেমেকি গ'ল—কিবা এক ভয় অনুভৱ কৰিলে যেন তাই। সেইদিনাৰপৰা আজৰি সময়ত নয়নাৰ বেছিকৈয়ে ভয় লাগে। ভাব হয়—'অনুপমে বাৰু নয়নাক ভাল পায় নেকি? এজনী ছোৱালীৰ প্ৰতি ইমান মৰম কিয়? নিজকে নিজেই প্ৰশ্ন কৰে তাই। দিনে দিনে নয়নাৰ মনটো গধুৰ হৈ পৰিব ধৰিলে—কিবা এক অজান আশঙ্কাই তাইক আমনি কৰি থকা হ'ল। কলেজৰপৰা অহা অলপ দেৰি হলেই তাইৰ ভাব হয়—কিজানি পৰিৰ লগতেই আছে! অনুপমে কিন্তু এইবিলাকৰ একো খবৰেই নাপায়। তেওঁৰ নয়নাৰ প্ৰতি সেই একেই মৰম, একেই বিশ্বাস সেই একেই ভালপোৱা। আৰু পৰিৰ প্ৰতিও সেই একেই শিক্ষক-ছাত্ৰীৰ সম্বন্ধ।

একেধৰণে বহুত দিন পাৰ হল। নয়নাৰ মনৰ সন্দেহ বিলাক লাহে লাহে দূৰ হবলৈ ধৰিলে, চিন্তা ভাবনা কমি আহিল। দুয়োৰে মাজত আগৰ বিশ্বাস ঘূৰি আহিল। তেতিয়া নয়নাই নিজৰ মনকেই ধিক্কাৰ দিয়ে, ভাবে "ইচ্ৰাম মই মানুহজনক মিছাতেই বেয়া ভাবিছিলোঁ' অনুপমলৈ তাইৰ বৰ মৰম লাগি যায়-

—প্ৰয়োজনতকৈ অলপ বেছি মৰম কৰে তেতিয়া তাই অনুপমক। অনুপমেও নয়নাক আকোৱালি ধৰি কয়—“তুমি বাৰু মাজে মাজে মোৰপৰা ইমান আঁতৰি থাকা কিয়? আমাৰতো ইমান বয়স হোৱা নাই?” বছৰ বাগৰি গ'ল। নয়না সুখী, অনুপমও সুখী, এটা দুটা কথা কব পৰা মিকুমণিক লৈ সিহঁত ব্যস্ত—কি দৰে গঢ়ি তুলিব তাক, কিমান যে ভাল মানুহ কৰাৰ আশা। কিমান যে কল্পনা তাক লৈ তেওঁলোকৰ। কিন্তু, সেই মধুৰ কল্পনাত আউল লগাই সিহঁতৰ জীৱনলৈ নামি আহিল দুৰ্ঘোৰ অন্ধকাৰ আৰু সেই অন্ধকাৰে গোটেই জীৱনটো চানি ধৰিলে, যাৰপৰা মুক্তি নাপালে অনুপম, নয়না আৰু মিকুমণিয়ে।

সেইদিনা আগৰদৰেই কলেজলৈ উলিয়াই পঠাই তাই অনুপমক কৈছিল নয়নাই—'আজি তুমি আহি পালে অলপ ওলাই যাম'—অনুপমেও বাৰু বুলি কৈ কলেজলৈ গুচি গ'ল। নয়নাই ঘৰৰ যাৱতীয় সকলো কাম কৰি অনুপম অহা বাট চাই ৰ'ল। লাহে লাহে অনুপম আহি পাবৰ সময় হ'লহি। নয়নাৰ মনৰ খু-দুৱনি আৰম্ভ হব ধৰিলে—কামত মন নবহা হ'ল। বাৰে বাৰে কাণত বাজি উঠিল গেট বন্ধ কৰাৰ শব্দ—কিন্তু; বাটলৈ চাই নিৰাশ হয় ঘনে ঘনে। লাহে লাহে তিনিটা বাজিল—তাৰ পিছত চাৰিটা—তাৰ পিছত ছয়টা, নয়নাৰ মনত চিন্তাই আগুৰি ধৰিলে—'বাটত কিবা অঘটন হোৱা নাইতো! নিজকে প্ৰশ্ন কৰে তাই — নিজে নিজে আকৌ শান্তনা লয়—মই যে কি কথাবিলাক ভাবো এই দুই তিনি কিলোমিটাৰ ৰাস্তাতে কিবা ঘটিব পাৰে নেকি আৰু!

আঠ বাজি গ'ল, অনুপম নাহিল। অজস্ৰ চিন্তাই তাইক জুমুৰি ধৰিলে—হঠাৎ পৰিমিতালৈ মনত পৰি গ'ল, সন্দেহ উপজিল তাইৰ, কিজানি অনুপম পৰিমমিতাৰ লগতেই আছে—ভাবি ভাবি নয়নাই পাৰ নোপোৱা হ'ল, সকলো কথা পাহৰি গ'ল। মিকুমণি একো নোখোৱাকৈয়ে টোপনি গ'ল। নয়নাৰ অনুপমৰ ওপৰত সন্দেহ গাঢ় হৈ পৰিল। তাই ভাবিলে—অনুপম সঁচাকৈয়ে পৰিৰ লগতেই আছে, সঁচাকৈ পৰিক ভাল পায় অনুপমে। এইবাৰ তাই কোনোমতেই অনুপমক ক্ষমা নকৰে, তাইক কৈ পেলাব তাইৰ মনৰ সকলো কথা—'পৰি তোমাৰ আগৰ প্ৰেমিকা, তুমি সমাজক ভয় কৰিহে মোক বিয়া কৰাইছা, ইত্যাদি ইত্যাদি..........
গেট খোলাৰ শব্দই নয়নাৰ ভাবনাত বাধা দিলে। তাই দুৱাৰ মুখলৈ দৌৰি গ'ল--অনুপম আহিছে দুৱাৰখন খুলি একো প্ৰশ্ন নকৰাকৈয়ে আঁতৰি গ'ল নয়না। অনুপমৰ নিজকে দোষী যেন লাগিল। সি নয়নাৰ গাত হাত দি মাত লগালে—

"তুমি ওলাই আছিলা?" কি যে নহবলগীয়া বিলাক হৈ যায় হঠাতে—আজি হঠাৎ কলেজত 'পৰি' বাগৰি পৰিল—

পৰিৰ নাম শুনাৰ লগে লগে নয়নাই খণ্ডত একো নাই হৈ পৰিল। অনুপমক উদ্দেশ্য কৰি কেৱল কৈ গ'ল—

'তুমি যদি পৰিক ভাল পাইছিলা—মোক বিয়া কৰাইছিলা কিয়? পৰিৰ জীৱনটো উপভোগ কৰি মোক তুমি শেষ কৰি দিলা।' অনুপমক কোনো কথাা কোৱাৰ সুবিধা নিদি নয়নাই কৈ গ'ল অৰ্নগল— অভিযোগ আৰু অভিমানত যেন তাই জ্বলি জ্বলি শেষ হৈ যাব।

অনুপম নিৰুত্তৰ, কি উত্তৰ দিব, কেনেকৈ উত্তৰ দিব বিচাৰি নাপালে। কেৱল ভাবিলে—মোৰ ইমান মৰমৰ নয়না জনীয়ে কেনেকৈ ইমান কথা কব পাৰিলে? ভাবিব পাৰিলে?

তেওঁলোকৰ সংসাৰখনত কেৰোণ লাগিল—নয়নাই অনুপমক ভুল বুজিলে, অনুপমেও তাইক বুজাবলৈ সুৰুঙা নাপালে। সিহঁত সহজ হব নোৱাৰিলে, সিহঁতৰ মাজৰ হাঁহি ধেমালি, মাত কথা সকলো হেৰাই গ'ল। নীৰৱতা আৰম্ভ হ'ল দুয়োৰে মাজত। নয়না যেন এটা ৰবটত পৰিণত হ'ল। নিজৰ কৰ্ত্তব্য কৰিছে আৰু কৰ্ত্তব্যৰ অন্তত অকলশৰে চিন্তা কৰিছে। অন্যহাতে অনুপমেও চিন্তা কৰিছে যদিও,- —তেওঁ ভাবিছে হয়তো কিছুদিন অভিমানৰ পিছত নয়না আকৌ আগৰ দৰে হৈ পৰিব। কিন্তু; অনুপমে ভুল বুজিলে—নয়নাৰ অভিমান যেন শেষ নহ'ল, তাই অনুপমৰপৰা যেন লাহে লাহে আঁতৰি আহিব খুজিলে—

আৰু মিকুমণি? মাক হিচাপে নয়নাৰপৰা পাব লগা মৰম চেনেহ সকলো পাইছে, অনুপমৰপৰাও কিন্তু দুয়োৰে যুগ্ম মৰমৰ পৰা যেন বঞ্চিত। অৱশ্যে মিকুয়ে উপলব্ধি কৰিব জনা হোৱা নাই, কিন্তু সিটো সদায় সৰু হৈ নাথাকিব।

ইতিমধ্যে পৰিমিতাৰ বিয়া হৈ গ'ল। বিয়ালৈ অনুপম নগ'ল। কাৰণ লগৰ সকলোৱে কৰা সন্দেহ আৰু পৰিমিতাই বেয়া পোৱাক আওকাণ কৰিও অনুপমে নয়নাৰ মনত কোনোধৰণৰ সন্দেহ আৰু বেয়া পোৱা ৰাখিব নুখুজিলে। এবছৰ ধৰি সিহঁতৰ আন্তৰিকতা গঢ়ি উঠা নাই। অনুপমৰ অন্তৰত একো নাই, তেওঁ পৰিমিতাক ভালপোৱাও নাই আৰু নয়নাকো অৱহেলা কৰা নাই—কিন্তু; আজি এবছৰৰ পিছতো নয়নাৰ অভিমান শেষ হোৱা নাই। অনুপমে বহুত দিন নয়নাক বুজাবলৈ, আগৰ পৰিবেশ ঘূৰাই আনিবলৈ চেষ্টা কৰিছে—কিন্তু পৰা নাই। নয়না

অলৰ অচৰ,--তাইৰ মতে, তেওঁ কৰা সন্দেহ সত্য। অনুপমে আকৌ ইমান ভালপোৱা নয়নাজনীৰ মৌনতা সহ্য কৰিব পৰা নাই---দুই এটি কথা কৈ হাঁহি নয়নাৰ ওচৰ চাপিবৰ চেষ্টা কৰিছে, মিকুমণিৰ যোগেদিও চেষ্টা কৰি চাইছে কিন্তু নয়নাৰ অভিমান ভাগিব পৰা নাই। চাওঁতে চাওঁতে দুইতিনি বছৰ পাৰ হৈ গ'ল। অনুপমৰ ক্ষেত্ৰত যেন নয়না যন্ত্ৰৰ দৰে হৈ পৰিছে, সেয়েহে তেওঁ ভয় খাইছে--'মোৰ নয়নাজনী যদি হেৰাই যায়'............. কিন্তু, অনুপমে বাৰু কি কৰিব, তেওঁটো সম্পূৰ্ণ নিৰ্দোষী। হঠাৎ এদিন নয়নাৰ মনত সন্দেহ উপজিল আৰু সেয়ে যে ইমান দিনলৈ স্থায়ী হৈ ৰ'ব! কেতিয়াবা নয়নাক অনুপমে সজোৰে সাৱতি ধৰি বহুত প্ৰশ্ন কৰে--কিন্তু কোনো উত্তৰ নাই--তাই যেন এডাল মৰা গছৰ কাঠ। অনুপমৰ বুকুৰ উমেও তাইক বিচলিত কৰিব নোৱাৰে।

লাহে লাহে দিন বাগৰি গ'ল। সিহঁতৰ বয়স বাঢ়ি আহিল। অনুপমে নয়নাৰ অভিমান ভাঙিবলৈ চেষ্টা কৰি ভাগৰি পৰিল। পাৰ হৈ যোৱা সোণালী দিনবিলাকৰ কথা ভাবি অনুপমৰ অসম্ভৱ খং উঠে কেতিয়াবা, তেওঁৰ মনটো বিদ্ৰোহী হৈ উঠে---তেওঁ যেন চিঞৰি চিঞৰি কৈ দিব---'তোমাৰ দৰে এজনী অভিমানী মহিলাৰ মোৰ প্ৰয়োজন নাই' কিন্তু নোৱাৰে---অকলশৰীয়া মিকুমণিটোলৈ চাই তেওঁভাবে--'মোৰ সোণটো, ইমান অকলশৰীয়া তাক জানো এটা ভাইটি বা এজনী ভনীৰ প্ৰয়োজন নাছিল! হাঁহি, মাত নোহোৱা এই নিস্প্ৰাণ ঘৰখনত সি বাৰু কি পাব! আমাৰ দুয়োৰে যুগ্ম মৰম তাৰ কপালত নাই। সেইবাবেই নেকি--সি বৰ গহীন গম্ভীৰ, বহুত কম কথা কয়। স্ফূৰ্তিও বেছিকৈ কৰিব নোখোজে। সি পঢ়াত ভাল যদিও স্কুলতো কাৰো লগত কথা নাপাতে। স্কুলৰ দুই এক শিক্ষকে মাজে মাজে অনুপমক কয়---সি যিমান শান্ত, সিমান অকলশৰীয়া...............।

মিকুমণি ডাঙৰ হ'ল, সি প্ৰবেশিকা পৰিক্ষা পাছ কৰি দেউতাকৰ কলেজ খনতে নাম লগাইছে। তাক লগৰ ল'ৰাবিলাকে মিকুমণি বুলি নামাতে। কলেজত তাৰ নাম মৃত্যুঞ্জয় শইকীয়া। কলেজত পঢ়াৰ পৰা সি কথা বতৰা কয়----মাক দেউকতাকৰ লগতো অলপ কথা পাতে, দেউতাকৰ লগত পঢ়াৰ আলোচন কৰে। অনুপমৰ কি যে আনন্দ--তেওঁৰ জীৱনলৈ যে সুখৰ ৰেঙনি আহিব ধৰিছে, ঘৰৰ প্ৰতিও যেন তেওঁৰ অলপ আগ্ৰহ আহিছে। অকণমান হাঁহিৰে মিকুৱে সোধা কথাবিলাক, মিকুয়ে সোধা কিতাপৰ প্ৰশ্নবিলাক আৰু ঘৰৰ চাৰিবেৰৰ মাজত

প্ৰতিধ্বনিত কথাবিলাকৰ কাৰণেই যেন অনুপম সময়তকৈ আগতেই ঘৰলৈ আহে। নিস্প্ৰাণ ঘৰখনে লাহে লাহে যে প্ৰাণ পাই আহিব ধৰিছে। এদিন কলেজৰ কোনোবা চাৰে কোৱা 'জক' এটি কৈ অনুপম আৰু মিকুৱে বেছ ৰগৰ কৰি হাঁহিলে—ওচৰতে বাচন ধুই থকা নয়নাৰ মুখতো এটি মৃদু হাঁহি বিৰিঙি উঠিল-—অনুপম যেন আপোন পাহৰা হৈ পৰিল—সেই অকণমান হাঁহিৰ কাৰণে যে তেওঁ আজি দহ-পোন্ধৰ বছৰে কিমান যত্ন কৰিছিল। যি নহওক, ছয়মাহ পাৰ হ'ল। মৃত্যুঞ্জয় কলেজৰ এটা লেখত লবলগা ল'ৰা। পঢ়াৰ প্ৰতি বিশেষ ভাৱে আগ্ৰহী। মৃত্যুঞ্জয় সকলো চাৰৰে প্ৰিয় আৰু স্বভাৱ চৰিত্ৰও অতি ভাল আৰু একান্ত বাধ্য ছাত্ৰ।

চাওঁতে চাওঁতে মিকুৰ কলেজত দুটা বছৰ পাৰ হৈ গ'ল। সি এতিয়া বি. এ ক্লাছৰ ছাত্ৰ। অৰ্থবিজ্ঞানত অনাৰ্চ লৈ পঢ়িছে। তাৰ অতি প্ৰিয় পৰিমিতা তাৰ অনাৰ্চৰ মেডাম। পৰিমিতাৰো সি অতি মৰমৰ। যি দৰে অনুপমে ভাল ছাত্ৰী হিচাপে মৰম কৰিছিল পৰিমিতাক। মিকুৱে সদায় ঘৰলৈ আহি মাক দেউতাকক অনাৰ্চ মেডামৰ কথা কবই—আমাৰ মেডাম এনেকুৱা, ইমান ভাল, মোক ইমান মৰম কৰে ইত্যাদি ইত্যাদি..............।

অনাৰ্চ মেডামৰ কথা শুনি শুনি নয়নাই ভাবে—মোৰ ল'ৰাক ইমান মৰম কৰা মেডাম গৰাকীক এদিন ঘৰলৈ মাতিব লাগিব—মিকুয়েও মাকৰ কথাটোত সন্মতি জনালে। দিন বাগৰি গ'ল, মিকুৰ বয়স ছয়মাহ, আঠমাহ, বাঢ়ি গ'ল। মিকুৰ অনুপস্থিতিত নয়নাই মিকুক লৈ কিমান যে কল্পনা কৰে।—মিকুৰ প্ৰথম বৰ্ষৰ পৰীক্ষা আৰম্ভ হৈ শেষ হ'লহি। অনাৰ্চৰ পৰিক্ষাত সি বেছ ভাল কৰিলে। কলেজত সকলোৱে বাহ্ বাহ্ দিলে। অনুপম অত্যন্ত সুখী। নয়নাৰ আনন্দৰ সীমা নাই—তাই মিকুক মৰমৰ চুমাৰে উপচাই পেলাইছে, গৰ্ব অনুভৱ কৰিছে—আনন্দেৰে তাই মিকুক ক'লে—

'তোমাৰ অনাৰ্চৰ মেডামকো মাতি দিবা, চাহ একাপ খাই যাবহি'।

'অ' হব দিয়া মই পৰিমিতা মেডামকো মাতিম তেন্তে' পৰিমিতা নামটো শুনাৰ লগে লগে  নয়না উচপ খাই উঠিল—

'কি নাম কলা তোমাৰ মেডামৰ?'

"পৰিমিতা মা, পৰিমিতা চৌধুৰী— আমি পৰি মেডাম বুলি কওঁ—"

নয়নাৰ কাণ মূৰ ৰঙা পৰি গ'ল, খণ্ডত তাই জ্ঞানশূন্য হৈ পৰিল — আৰু

লগে লগে দৌৰি আহি মিকুমণিৰ গালত দেহৰ সমস্ত শক্তিৰে কেইপাতমান চৰ মাৰিলে—মিকুৱে একো বুজিবই নোৱাৰিলে, সি 'মা' 'মা' বুলি চিঞৰি মাটিত বহি পৰিল..............

নয়নাই বজ্ৰপাত পৰা মানুহৰ দৰে নিঠৰ হৈ ৰ'ল। মিকুয়ে মাকৰ পাঁচটা আঙুলি বহি ৰঙা পৰি উঠা গাল দুখন দুহাতেৰে টিপা মাৰি উচুপি উচুপি উঠিল। সি মাকৰ এনে ৰূপ কাহানিও দেখা নাছিল। আজি ২০ বছৰে সি মাকৰপৰা মাৰতো বাদেই এটি ধমকিও খোৱা নাই, মাকৰ সেইৰূপ--তাৰ সাঁথৰ যেন লাগিল। সি এতিয়া ডাঙৰ হৈছে—সকলো বুজি পোৱা হৈছে—সেয়েহে নিজৰ কোঠালৈ গৈ বিছনাত বাগৰি সি ভাবিবলৈ ধৰিলে—'মা আৰু পৰিমিতা মেডামৰ মাজত কিবা ৰহস্য আছে নেকি বাৰু। হাজাৰ প্ৰশ্নই তাক জুমুৰি দি ধৰিছে। সি জনা বুজা হোৱাৰপৰা কোনোদিনেই সি মাকৰ মুখত পৰিমিতা মেডামৰ নাম শুনা নাই, একো প্ৰসঙ্গ ওলোৱা নাই—তেন্তে এয়া কিহৰ বিৰক্তি, কিহৰ ঘৃণা। ভাবি ভাবি ব্যাকুল হৈ পৰিল মিকু-কাক সুধিব, কোনে দিব ইয়াৰ সমিধান। এবাৰ ভাবিলে--দেউতাকক কব নেকি- নাই দেউতাকক কব নোৱাৰে, তেতিয়া যে--মাকে মৰাৰ কথা দেউতাকে জানিব। এইবিলাক কৈ সি দেউতাকৰ মনত দুখ দিব খোজা নাই। কেতিয়াবা সুবিধা পালে মাককেই সুধিব সি। কিছু সময় পিছত অনুপম আহিল—কলেজত মিকুৰ অনাৰ্চৰ নম্বৰক লৈ কিছু আলোচনা চলাৰ বাবে অনুপমৰ দেৰি হ'ল। ঘৰ সোমায়েই তেওঁ মিকুক বিচাৰি তাৰ কোঠালি পালেগৈ--ইতিমধ্যে সি টোপনি গৈছিল। তাৰ ওচৰতে বহি তাৰ পিঠিখন মোহাৰি মোহাৰি তেওঁ যে কি শান্তি অনুভৱ কৰিছিল। মিকুৰ বাবেই আজি তেওঁক সকলোৱে অভিনন্দন জনাইছে—কিমান যে ভাল ভাল মন্তব্য প্ৰকাশ কৰিছে সকলোৱে। অনুপমে ভাবিলে--কলেজৰ শেষ পৰিক্ষাটোও মিকুৰ যেন আৰু ভাল হয়---সকলোৱে তাক চিনি পাওঁক। নয়নায়ো যেন সকলো দুখ বেজাৰ পাহৰি মোৰ ঘৰখন, মোৰ সংসাৰখন আনন্দমুখৰ কৰি গঢ়ি তোলক। অনুপম ভাৱত তন্ময় হৈ থাকোঁতেই মিকুমণি সাৰ পালে--দেউতাকক ওচৰত দেখা পাই সি লৰালৰিকৈ উঠি বহিল। তাৰ উখহা, ৰঙা পৰি থকা চকুযোৰ আৰু গাল দুখন দেখি--দেউতাকে সুধিলে--

'কি হ'ল মিকু?'

মিকুয়ে একো কব নোৱাৰিলে, সি যিমানেই লুকুৱাবলৈ চেষ্টা কৰিছে-

সিমানেই তাৰ চকুপানী আৰু উচুপনি বেছি হৈ পৰিল।

অনুপমে তাক সাৱতি ধৰি বাৰে বাৰে সুধিবলৈ ধৰিলে—

“কোৱা চোন সোণ, কি হ’ল’—নাই সি একোৱেই কব নোৱাৰিলে—দেউতাকৰ মুখলৈ চাই উচুপি থাকিল হাজাৰ প্ৰশ্নৰ উত্তৰ বিচাৰি।

আনহাতে নয়না পুতেকক মাৰি মৰ্মাহত হৈ পৰিছে। ইমান জঘন্য অপৰাধৰ বাবে তাই নিজকে ধিক্কাৰ দিছে—প্ৰশ্ন কৰিছে নিজকে—‘তাই কি কাৰণত মাৰিলে মিকুক। পৰিমিতাৰ নাম শুনাৰ লগে লগে নয়না জ্ঞানশূন্য হৈ পৰিল আৰু তাৰেই প্ৰতিফলন স্বৰূপে পৰিমিতাৰ সম্পৰ্কত একেবাৰে অজ্ঞ ল’ৰাটিৰ ওপৰত হাত তুলিবলৈ বাধ্য হ’ল নয়না।

ৰাতি অনুপমে বহুত জোৰকৈ মিকুক অকণমান খুৱালে, নিজেও খালে। নয়নাই কিন্তু খাব নোৱাৰিলে, তাই জীয়াই থকাৰ শক্তি হেৰুৱাই পেলাইছে। চিন্তাই নয়নাৰ মনৰ ভিতৰখন বিষাক্ত কৰি পেলাইছে। ৰাতি অমুপমে কেইবাবাৰো চেষ্টা কৰিলে মিকুৰ কান্দোনৰ কাৰণ উলিয়াবলৈ,—কিন্তু মিকু নিৰুত্তৰ। কিছু সময়ৰ পিছত অনুপম আৰু মিকুৰ টোপনি আহিল—টোপনি নাহিল কেৱল নয়নাৰ। মিকুমণিৰ বিছনাখনৰ এটা চুকত বহি তাৰ মুখখন চাই ৰ’ল। মাজে মাজে মিকুৰ ভৰি দুখন মোহাৰি – মনৰ ভিতৰতে কৈ উঠিল—‘সোণটি মোক ক্ষমা কৰি দিয়া’—। এবাৰ টোপনিতে মিকু জিকাৰ খাই উঠিল, মুখৰ ভিতৰতে কিবাকিবি বকিলে। নয়না মিকুৰ গাত হাত দি গম পালে তাৰ জ্বৰ উঠিছে— লাহে লাহে তাৰ জ্বৰ বাঢ়ি গ’ল। মূৰত ঠাণ্ডাপানীৰ পতি দিয়াতো তাৰ জ্বৰ নকমিল। তাই প্ৰথমবাৰলৈ অনুপমক নিজেই মাতি জগালে। অনুপম উঠি ডাক্তৰক মাতিব খুজিও থমকি ৰ’ল—ঘড়ীটো চালে, ৰাতিপুৱা হবলৈ বেছি সময় নাই—গতিকে পুৱাই ডাক্তৰক লৈ আহিবগৈ। ৰাতি পুৱাল, ডাক্তৰ আহিল চাই চিটি দৰৱ দিলে। মিকুৰ জ্বৰ কমিল, ৰাতি আকৌ জ্বৰ উঠিল, পুৱা আকৌ জ্বৰ উঠিল—দুদিন গ’ল, চাৰিদিন গ’ল—অনুপমে ইজনৰ পিছত সিজন ডাক্তৰ আনিলে। ডাক্তৰে এটাৰ পিছত আন এটা দৰৱ দি আহৰি নোপোৱা হ’ল। নয়না .পাগলী যেন হৈ পৰিল। মিকুৰ ভৰি মালিচ কৰা, মূৰত পতি দিয়া, তাৰ গাত হাত ফুৰাই থকা--দিনৰাতিৰ পাৰ্থক্য নোহোৱা হ’ল, খোৱা-বোৱা সকলো বাদ দিলে। ওচৰ চুবুৰীয়া, কলেজৰ শিক্ষকসকল, দুই এজন বন্ধু আদি সকলোৱে খবৰ লোৱা, তাৰ শুশ্ৰূষা কৰা আদিত ব্যস্ত হৈ পৰিল—কিন্তু; সকলোৰে মাজৰ পৰাই মৃত্যুঞ্জয়ে মৃত্যুক জয়

কৰিব নোৱাৰিলে—সি গুচি গ'ল কোনোবা অজান দেশলৈ——।

মানুহৰে ঘৰ ভৰি পৰিল—এদিন নহয়, দুদিন নহয় প্ৰায় এমাহ্ ধৰি মানুহৰ সমাগম ঘটিল। অনুপমে কান্দিব নোৱাৰিলে—বাকৰুদ্ধ হৈ গ'ল তেওঁৰ। নয়না অজ্ঞান হৈ পৰিল। এমাহৰ পিছত লাহে লাহে মানুহবিলাক গৈ আহৰি হ'ল, ঘৰখন মৰিশালিতে পৰিণত হ'ল। দুটি জীৱিত প্ৰাণী নিৰ্জীৱৰ দৰে ঘূৰি ফুৰা হল। এজনে আনজনলৈ ভয় কৰে। পৰিমিতা প্ৰায়েই আহে খবৰ লবলৈ—নয়নাই কিছু শান্তি পায়।

কিছুদিন পাৰ হ'ল, নয়নাৰ চকুৰ পানী কিন্তু শেষ নহ'ল—তাই অসহায় হৈ পৰিল। তাইক যেন অকণমান সহায় লাগে—সেয়েহে হবলা এদিন তাই ওচৰ চাপি গৈছিল অনুপমৰ বুকুলৈ—

কিন্তু অনুপমে কোনো সঁহাৰি নিদিলে। তেওঁ নিৰ্বিকাৰ, হয়তো আজি বাইশ বছৰে অপেক্ষা কৰি থকা বুকুখনত কণমানো চেনেহ নাই, উম নাই। অনুপম যেন সৰ্বস্বান্ত, কেৱল শূন্যতাই তেওঁক আকোৱালি ধৰিলে। মিকুৰ মৃত্যুৰ লগে লগে তেওঁৰ যেন নয়নাৰ লগতো সম্বন্ধ শেষ হৈ গ'ল, নিজকে সীমাহীন শূন্যতাৰ মাজত নিমজ্জিত কৰিলে। ❐

# নিশব্দে

হিয়া ভগা বেদনাৰে বিছনাখনত বাগৰি উচুপি উঠিল পাপৰিজনী। নিজকে তাইৰ সহ্য নোহোৱা হ'ল—প্ৰশ্ন কৰে বাৰে বাৰে নিজকে—সেয়া বাৰু তাই কি কৰিলে! ক্ষন্তেকৰ উত্তেজনাৰ বশৱৰ্ত্তী হৈ তাই গোটেই জীৱনটোৰ বাবে কলংক চপাই ললে কিয়? অতীত তাইৰ কেতিয়াবাই উৰলি গৈছিল। আজি দহ বছৰ ধৰি তাই কেতিয়াও অতীতক উভতি চোৱা নাই, মনত পেলোৱা নাছিল অতীতলৈ। যাৰ বাবে তাইৰ কোনো ক্ষোভও নাছিল। বহুত সুখ আৰু আনন্দেৰে জীৱনটো উপভোগ কৰিছিল পাপৰিয়ে-

মধ্যবৃত্ত পৰিয়ালৰ মাৰ্জিত ছোৱালী হিচাপে যিখন ঘৰত, যিজন স্বামীৰ লগত তাইৰ বিয়া হৈছিল—সেয়া তাইৰ বাবে যথেষ্ট আছিল। শহুৰ-শাহু, দেওৰ ননদৰে পৰিপূৰ্ণ এখন আদৰ্শৰ ঘৰ আছিল তাইৰ। স্বামী আছিল কলেজৰ ইংৰাজী বিভাগৰ প্ৰবক্তা। অতি চৰিত্ৰবান আৰু সুকবি ডঃ নিলিময় বৰুৱা। ঘৰৰ অৱস্থা বৰ ভাল, কিন্তু তথাপি তেওঁলোক আছিল অতি মাৰ্জিত পৰিয়াল। নিলিময় ঘৰৰ ডাঙৰ ল'ৰা হিচাপে পাপৰি ঘৰৰ ডাঙৰ বোৱাৰী। শহুৰ খ্যাতি মল্ল বৰুৱা আৰু শাহু অনুপমা বৰুৱাৰ অতি মৰমৰ লক্ষ্মী বোৱাৰী পাপৰি। বিয়া হোৱাৰ দহ বছৰৰ পিছতো মাতৃ নোহোৱা পাপৰিক তেওঁলোকে কোনোদিনেই অৱহেলা কৰা নাই। পাপৰিয়ে চিন্তা কৰিলেও তেওঁলোকে শান্ত্বনাহে দিয়ে——

"সময়টো আছেই তুমি অলপো চিন্তা নকৰিবা, কিয় মণিময়ৰ ল'ৰা দুটাই জানো তোমাৰ ল'ৰা নহয়?"

মণিময় পাপৰিৰ দেওৰেক। মাক সুনিতাই স্কুলত কাম কৰাৰ বাবে ল'ৰা দুটা পাপৰিয়েই ডাঙৰ কৰাৰ নিচিনা। সিহঁতেও সৰুৰে পৰাই ডাঙৰ মাককহে বেছিকৈ বিচাৰে—আৰু সিহঁতৰ সেই ঘনিষ্ঠতাই নিলিময়ৰ কাৰণে আমোদৰ বিষয় হৈ পৰে। সময় পালে কবিতা লিখা স্বামীক, পত্নীৰ প্ৰেমে, সেৱাই কবিতা লিখাৰ অৰিহণা যোগায়। সিহঁত দুয়ো সুখী যদিও, কেতিয়াবা সন্তানহীনতাই দুয়োকো আমনি কৰে।

বিয়া হোৱাৰ দুবছৰমান পিছৰপৰাই পাপৰি আৰু নিলিময়ে কথা পাতে, আলোচনা কৰে—প্ৰথমে লাজত চকুলৈ নোচোৱাকৈ কথা পাতে তাৰ পিছত চকুলৈ চাই পাতিব পৰা হ'ল, লাজ নকৰাকৈ পাতিব পৰা হ'ল। প্ৰথমে এজন ডাক্তৰৰ সহায় ললে, তাৰ পিছত দুজন, তাৰ পিছত বহুত, তাৰ পিছত য'তেই ভাল ডাক্তৰৰ খবৰ পায় তালৈকে ঢাপলি মেলে। এনেকৈ বহুত ডাক্তৰৰ ওচৰ চাপিল—কিন্তু নিৰাশ হৈ উভতিল। পাপৰিয়ে বহুত কান্দিলে। তাইৰ আক্ষেপ তাই গিৰিয়েকক পিতৃত্বৰপৰা বঞ্চিত কৰিলে, অনুৰোধ কৰিলে নিলিময়ক দ্বিতীয় বিবাহৰ কাৰণে। নিলিয়ম কিন্তু নিৰ্বিকাৰ, পাপৰিক বুজায়-'তুমি কিয় চিন্তা কৰিছা, মাতৃ হ'ব পৰাটোৱেইটো আচল কথা নহয়, মই তোমাক লৈয়ে সম্পূৰ্ণ সুখী'।

এনেকৈয়ে ছয়, সাত বছৰ পাৰহৈ গ'ল। পাপৰিযে, ভৰা ঘৰখনৰ মানুহ আৰু কৰ্তব্যত ব্যস্ত থাকি নিজৰ কথা পাহৰি থাকে—তথাপি নিলিময়ক একান্তভাৱে লগ পোৱাৰ সময়ত হাজাৰ প্ৰশ্নলৈ নিলিময়ৰ বুকুৰ মাজত উচুপি থকাটো তেওঁৰ বাবে অতি অসহ্যকৰ—সেয়েহে সিহঁত বাহিৰলৈ যাবলৈ সাজু হ'ল ফুৰিবলৈ আৰু ফুৰাৰ সুযোগতে পাপৰিয়ে এবাৰ বাহিৰত পৰীক্ষা কৰি আহিব। সিহঁতে নিজৰ মনৰ কথাটো লুকুৱাই ৰাখি—ঘৰৰ আটাইৰে ইচ্ছাত ফুৰিবলৈ ওলাল এমাহ মানৰ কাৰণে।

পাপৰিয়ে আগতে ডাক্তৰক দেখুৱাৰ পিছতহে ফুৰিব খুজিছিল, নিলিময় কিন্তু মান্তি নহ'ল, তেওঁৰ মতে আগতে ফুৰি লৈহে পাপৰিক ডাক্তৰক দেখুৱাব। নিলিময়ে ভাবিলে—পৰীক্ষাৰ পিছত পাপৰিৰ যদি কিবা দোষ ওলায় তেতিয়া তেওঁ ফুৰিবলৈ কেতিয়াও মান্তি নহব'—'

প্ৰথমে তেওঁলোকে দিল্লীৰ হোটেলৰপৰা এখন ভাৰাগাড়ী লৈ জয়পুৰ, চিমলা, চণ্ডীগড় আদি ঠাইলৈ ফুৰিবলৈ গ'ল—জয়পুৰৰপৰা কিছুদুৰ নিলগত অৱস্থিত এখন কৃত্ৰিম গাওঁ। (আৰ্টিফিচিয়েল ভিলেজ) চাবলৈ গৈ তেওঁলোক মুগ্ধ হৈ পৰিছিল। গাঁৱৰ আকাৰত গঢ় দিয়া এখন মঞ্চ। নাম দিছিল—'চখীধানী'। সেই মঞ্চখন ইমান কৌশলপূৰ্ণভাৱে তৈয়াৰ কৰিছিল যে তাত— আদিম যুগৰ মানুহৰপৰা বৰ্তমানলৈকে ৰাজস্থানী জনগোষ্ঠীৰ পৰম্পৰাবিলাক দাঙি ধৰিছিল। অভিনয়ৰ যোগেদি পৰম্পৰাবিলাক ফুটাই তুলিছিল বিভিন্ন দেশৰ মানুহৰ মাজত। তাৰ ভিতৰতে ৰাতি থাকিব পৰা ব্যৱস্থাও ৰাখিছিল। বাহিৰৰপৰা দেখা সৰু সৰু খেৰ বাঁহৰ জুপুৰিৰ আকৃতিৰ ঘৰৰ ভিতৰত আধুনিক আৰু বৈজ্ঞানিক পদ্ধতিৰে সজোৱা

সকলো ধৰণৰ অত্যাধুনিক বস্তুৰে সু-সজ্জিত একো একোখন চমৎকাৰী হোটেল।

তাৰ পিছত চিমলাৰ পাহাৰীয়া ঠাইৰ সৌন্দৰ্য্য উপভোগ কৰিলে। ঘোঁৰাৰ পিঠিত উঠি পাহাৰ বগাই থাকোঁতে—খৰালি বতৰত পাতবিলাক সৰি নঙঠা হৈ পৰা আপেলৰ গছবিলাক দেখি পাপৰিয়ে মনে মনে ভাবিলে-'তায়ো যেন সেই গছবিলাকৰ দৰেই ৰিক্ত হৈ পৰিছে'—কোনো দুৰ্বল মুহূৰ্তত তেনে ভাব আহিছিল যদিও দুয়ো উপভোগ কৰিছিল চিমলাৰ মনোৰম দৃশ্য।

তাৰ পিছত তেওঁলোক গৈছিল—চণ্ডীগড়লৈ। চণ্ডীগড় এখন পৰিকল্পিত চহৰ। চাফ-চিকুণ আৰু অতি সুন্দৰ-পৰিকল্পনা কৰি ৰুৱা ধুনীয়া ধুনীয়া গছ ফুলবিলাকে ঠাইখন মনোমোহা কৰি পেলাইছে। চণ্ডীগড়ৰ 'ৰক গাৰ্ডেন' মানে--'শিলৰ বাগিচাখন' চাবলগীয়া। তন্ময় হৈ পৰিছিল নিলিময় আৰু পাপৰি। ভগৱানে কিছুমান মানুহক সঁচাকৈ খনিকৰ ৰূপেই গঢ়ি তুলিছে। সেই শিলৰ বাগিচাখনৰ মুৰব্বী কলাকাৰজনৰ প্ৰতি ভক্তি উপজিছিল। চিনাকি হৈছিল ইমান ডাঙৰ কালাকৰজনৰ লগত।

তাৰ পিছত তেওঁলোকে দক্ষিণ ভাৰতৰ কিছুমান ঠাইৰ মনোৰম দৃশ্য, সেইঠাইৰ আচাৰ-ব্যৱহাৰ আৰু জীৱন ধাৰনৰ বিবিধ ধৰণৰ পদ্ধতিৰ বিষয়ে তেওঁলোকে জানিলে। পিছত তেওঁলোক পালেগৈ 'মুম্বাই'। মুম্বাইত তেওঁলোকে এখন হোটেলত দহ পোন্ধৰ দিন মানৰ কাৰণে থাকি—এখন ডাঙৰ হস্পিতালত পাপৰিৰ পৰীক্ষা আৰম্ভ কৰিলে। ছয়-সাত দিনৰ ভিতৰত প্ৰয়োজনীয় সকলো পৰীক্ষা কৰাৰ পিছত পাপৰিক ডাক্তৰে কোনো দোষ নাই বুলি ঘোষণা কৰিলে—সিহঁত দুয়ো আচৰিত হ'ল আৰু পুনৰবাৰ ডাক্তৰৰ লগত আলোচনা কৰাত ডাক্তৰে নিলিময়ক এবাৰ পৰীক্ষা কৰিবলৈ ইচ্ছা কৰিলে। পাপৰি মান্তি হোৱা নাছিল যদিও নিলিময়ে ডাক্তৰক দেখুৱালে। প্ৰয়োজনীয় পৰীক্ষাৰ পিছত ডাক্তৰে নিলিময়কহে কিবাকিবি অক্ষমতাৰ কথা জনালে। নিলিময়ে অলপ লজ্জিত হ'ল যদিও, পাপৰিয়ে কিন্তু সহজভাৱেই কথাটো গ্ৰহণ কৰিলে। তাই মৰমেৰে নিলিময়ক বুজালে..

'আমাৰ দুয়োৰে মাজত জানো কিবা পাৰ্থক্য আছে, মোৰ কোনো আক্ষেপ নাই। এই কথা আমাৰ দুয়োৰে বাহিৰে কোনেও গম নাপায়, কাৰণ আমি ডাক্তৰৰ ওচৰলৈ আহিছো বুলিতো কোনেও নাজানে? আমি ঘূৰি ফুৰি ঘৰলৈ উভতি যাম ইমানেই..

সিহঁত ঘৰলৈ আহিল। এবুকু বেদনা বুকুত বান্ধি নিলিময়ে গতানুগতিক জীৱন পুনৰ আৰম্ভ কৰিলে। পাপৰিয়ে আগতকৈ বেছি যত্ন লয় নিলিময়ৰ।

কোনোদিনে চিন্তা কৰি নাথাকে। নিলিময়ৰ বুকুৰ উম লৈ মিঠা মিঠা কথাৰে আপ্লুত কৰে নিলিময়ক। বাহিৰত ফুৰি অহাৰ পিছৰেপৰা পাপৰিৰ চকুত নিলিময়ে কাহানিও চকুৰ পানী দেখা নাই, কোনো দিন তাইৰ চকুযোৰ সেমেকি উঠাও দেখা নাই। চাওঁতে চাওঁতে পাপৰিহঁতৰ বিয়াৰ দহ বছৰ পাৰ হ'ল। পাপৰি গাভৰুয়েই হৈ আছে। মনটোও ভালে আছে। শাহু-শহুৰ, দেওৰ ননদ, ভতিজা ভাগিন সকলোকে পৰিচৰ্য্যা কৰি ঘৰখন সুন্দৰকৈ ৰখাৰ উপৰিও পাপৰিয়ে স্বামী নিলিময়ক স্বাস্থ্যৱান আৰু সকলো ধৰণৰ চিন্তাৰপৰা মুক্ত কৰি ৰাখিব বিচাৰিছে। আনকি কৃতকাৰ্য্যও হৈছিল পাপৰি। এনেদৰে দিন বাগৰি গ'ল। কিন্তু সেই গতানুগতিকতাৰ মাজতেই আহিল এদিন অগতানুগতিক এটি দিন; এটি কুক্ষণ, যিয়ে নেকি পাপৰিক সৰ্বস্বান্ত কৰি পেলালে। নিজৰ চকুতেই পাপৰি দোষী দোষী সাব্যস্ত হৈ পৰিল—শেষ হৈ গ'ল—কোনেও নজনাকৈ হেৰাই গ'ল পাপৰি।

তেতিয়া আছিল যৌৱনৰ ভৰপক সময়—পাপৰিৰ কলেজীয়া জীৱনৰ আৰম্ভণী। সুন্দৰী পাপৰিৰ মনটোও আছিল অতিকৈ সুন্দৰ। প্ৰথম দৃষ্টিতেই দুএষাৰ কথাতেই সকলোকে মুহিব পৰা স্বভাৱ পাপৰিৰ। সেয়েহে হয়তো অতি চৰিত্ৰবান, পঢ়াশুনা, কথা বতৰা, চাল চলন সকলো ফালেই লেখত লবলগীয়া ল'ৰা অনুপম ৰাজখোৱা মোহিত হৈছিল পাপৰিৰ প্ৰতি। পাপৰিৰ প্ৰেমত পৰিছিল অনুপম। কিছুদিন পলমকৈ হলেও পাপৰিয়েও উমান পাইছিল অনুপমৰ মনৰ কথা। কিতাপ পত্ৰৰ আদান, প্ৰদান, খেল-ধেমালি, তৰ্ক প্ৰতিযোগিতা, অনুপমৰ গীতৰ লগত 'টানপুৰা'ৰ সঙ্গত আদিবিলাকে সিহঁত দুয়োকে ওচৰ চপাই আনিছিল। সমাজক দেখুৱাই দুয়ো বন্ধুয়েই আছিল, কিন্তু মনে মনে ইজনে সিজনৰ আজীৱন সঙ্গী হোৱাৰ কথাকেই ভাবিছিল। কিন্তু সময়ত দিঠকত পৰিণত নহ'ল। কলেজৰ শেষ পৰীক্ষা দিয়াৰ পিছতেই নিলিময়ৰ ঘৰৰপৰা বিয়াৰ প্ৰস্তাৱ আহিল পাপৰিলৈ। আনহাতে অনুপমো গুচি গ'ল—ভিতৰুৱা সৰু গাঁওখনৰ অচল অৱস্থাৰ পৰিয়ালটোলৈ। গাঁৱৰ দুই এক ল'ৰা ছোৱালীক টিউচন কৰি খেতিয়ক মাক দেউতাকক আৰু সৰু ভাই-ভনী দুটাক স্কুলত পঢ়ুৱাবলৈ—পৰীক্ষাৰ পিছদিনাই। পাপৰিৰপৰা খবৰ গ'ল—'মাক দেউতাকে তাইৰ বিয়া পাতিছে গতিকে অনুপম আগবাঢ়ি আহিব লাগে'—কিন্তু অনুপম আগবাঢ়ি আহিব নোৱাৰিলে, ঘৰুৱা অৱস্থাই তাক বাধা দিলে।

উত্তৰ বিচাৰি তাৰ মনে হাহাকাৰ কৰি উঠিল—অৱশেষত তেওঁ ঠিৰাং

কৰিলে—পাপৰিক তেওঁ পাহৰি যাব—আৰু পাপৰিক বিয়া হৈ যাবলৈ অনুৰোধ কৰিলে, পাপৰি সুখেৰে থকাটো তেওঁ কামনা কৰিলে। সঁচাকৈ পাপৰি সুখেৰেই থাকিল। দহ বছৰ ধৰি নিলিময়ৰ লগত পাপৰি সুখেৰেই আছিল। বিয়াৰ পিছতেই পাপৰিয়ে নিলিময়ক অনুপমৰ কথা কৈছিল। নিলিময়ে ৰগৰ কৰি কৈছিল—

'কেতিয়াবা লগ পালে মোক চিনাকি কৰি দিবা' কিন্তু; দহ বছৰৰ ভিতৰত তেওঁলোকে কাহানিও অনুপমক লগ পোৱা নাই, কোনো খবৰো ৰখা নাই। আনফালে অনুপমে কিন্তু কোনো সূত্ৰৰ যোগে পাপৰিৰ খবৰ ৰাখিছিল।

এদিন নিলিময়ৰ কলেজলৈ এজন মানুহ গৈছিল—নিলিময় বৰুৱাক বিচাৰি। নিলিময়ে অচিনাকি ভদ্ৰলোকজনক নমস্কাৰ জনাই ক'ৰপৰা আহিছে, কিয় আহিছে আদি সুধিছিল।

'মই এইখন ঠাইলৈ নতুনকৈ বদলি হৈ আহিছোঁ—ব্লকৰ বি ডি অ হৈ। নাম অনুপম ৰাজখোৱা।

"বাৰু কওঁকচোন—মোৰ লগত কি কাম আছিল? আচলতে কাম তেনেকৈ একো নাই, এইখন ঠাইত একেবাৰে নতুন কাৰণে কোনো চিনাকি নাই, ভাবিলো পাপৰিৰ মিষ্টাৰৰ লগতে চিনাকি হওঁ!"

"অ' আপুনি পাপৰিক চিনি পায় নেকি?"

—হয়, পাপৰি আৰু মই একলগে পঢ়া, আমি বন্ধুও আছিলোঁ।

—নিলিময়ৰ অনুপমলৈ মনত পৰি গ'ল—"হয় হয় মোক পাপৰিয়ে আপোনাৰ কথা কৈছিল। আহিব আমাৰ ঘৰলৈ—ঘৰৰ অৱস্থানটো বুজাই দিলে। অনুপম গ'লগৈ, নিলিময়ক তেওঁৰ ভাল লাগিল। পিছে এষাৰ কথাই অনুপমৰ অলপ চিন্তাত পেলালে—'পাপৰিয়ে বাৰু অনুপমক তাৰ কথা কিবা কৈছিল নেকি!'

ঘৰলৈ আহি নিলিময়ে সকলো কথা পাপৰিক ক'লেহি। হাঁহিমাৰি শলাগিলে যদিও, মনতে পাপৰিয়ে কিবা যেন সংকোচ অনুভৱ কৰিলে—'তাই নিঃসন্তান বুলি যে অনুপমে জানিব'—তথাপি তেওঁলোকে অনুপমলৈ বহুত দিন বাট চালে—কিন্তু অনুপম নাহিল। ছয় মাহ মানৰ পিছত এদিন নিলিময়ে বজাৰতে লগ পাই অনুপমক ঘৰলৈ লৈ আহিল। ঘৰৰ আটায়ে চিনাকি হ'ল—পাপৰিয়ে নিঃসংকোচে কথা পাতিলে। তাৰ পিছত অনুপম কেতিয়াবা কেতিয়াবা অহা হ'ল নিলিময়ৰ ঘৰলৈ—এদিন জোন, মুনহঁতক দেখি অনুপমে সুধিছিল—

'এওঁলোক তোমাৰেই ল'ৰা নেকি পাপৰি?'

'অ' মোৰেই ল'ৰা'।

পাপৰিৰ অনুপমক সুধিবলৈ সাহস নহ'ল- অনুপমৰ ল'ৰা-ছোৱালীৰ কথা।

কিছুদিন পিছত নিলিময় অনুপমৰ ঘৰলৈ ভাত খোৱাৰ নিমন্ত্ৰণ দিবলৈ গৈ জানিব পালে যে অনুপম একবাৰে অকলশৰীয়া--

'বেমাৰী মা-দেউতাক শুশ্ৰুষা কৰি থাকোঁতে থাকোঁতে বিয়াৰ বয়স পাৰ হৈ গ'ল--'অনুপমে ক'লে---

নিলিময়ে বিশ্বাস কৰিবলৈ টান পালে--কাৰণ অনুপম আজিও বিয়া কৰিব পৰা হৈ আছে--। মনতে ভাবিলে--'কাৰণটো পাপৰি নহয়টো'!

সময় পাৰ হৈ গ'ল, নিলিময়ৰ ঘৰৰ লগত অনুপমৰ ঘনিষ্ঠতা বাঢ়ি গ'ল---ঘৰৰ বিশেষ কিছুমান কথাত অনুপমেও ভাগ লোৱা হ'ল। ইমান আপোন হৈ যোৱাৰ পিছতো কেতিয়াও অনুপমে কথা বতৰা, হলি গলি আদিত মাত্ৰা চেৰাই নোযোৱাকৈ সদায় সচেতন হৈ আছিল---সেয়েহে সকলোৰে প্ৰিয় আছিল অনুপম, বিশেষকৈ নিলিময়ৰ।

তেওঁলোকৰ চিনাকি পুৰণি হ'ল--এদিন নিলিময় কলেজলৈ যাওঁতে পাপৰিকো লগত লৈ গ'ল অনুপমৰ ঘৰলৈ--প্ৰথমে পাপৰিয়ে আপত্তি কৰিছিল যদিও নিলিময়ে নামানিলে--

'পেট বেমাৰি অনুপমক আজি পাপৰিয়ে ভাত সাজ ৰান্ধি খুৱাব।'

অনুপমে লাজ পালে--'মই বিছনাত পৰি থকা বেমাৰি নহয়, নালাগে দিয়ক।

নিলিময় কলেজলৈ গ'লগৈ--এঘণ্টাৰ পিছত গাড়ী পঠোৱাৰ প্ৰতিশ্ৰুতি দি।

নিলিময় যোৱাৰ পিছত অকলশৰে দুয়োয়ে যেন অলপ অপ্ৰস্তুত অনুভৱ কৰি পাপৰিয়ে কলে - 'তোমাৰ লগত একেটা কোঠাতে অকলে ভাল লগা নাই'।

--'কিয়'?

--'কিয়, নাজানো'---

--'আমি এতিয়া ডেকা-গাভৰু হৈ থকা নাই নহয়, তাতে নিলিময়ে আমাক ইমান বিশ্বাস কৰে, সঁচাকৈ তুমি কিন্তু বৰ 'লাকি' দেই'

পাপৰি ওচৰলৈ আহি সুধিলে--

'তুমিও 'লাকি' হৈ নোযোৱা কিয়?--মোক সঁচা কথা কোৱাচোন, তুমি কিয় বিয়া নকৰালা?

'এনেই....'

'এনেই নহয়, —মোক সঁচা কথা কোৱাচোন?'

পাপৰিয়ে অনুপমৰ হাত এখনত ধৰি দিলে, অনুপম আঁচৰিত হৈ একেদৰে পাপৰিৰ মুখলৈ চাই ৰ'ল—।

চল চলীয়া হৈ পৰা পাপৰিৰ চকুযোৰৰ আকুলতাই অনুপমক আৰু ওচৰ চপাই নিলে—'মই কিয় বিয়া নকৰালো নাজানো'

'সঁচাকৈ কোৱানা, কোৱানা অনুপম'——

ওচৰ চাপি চাপি পাপৰি অনুপমৰ গাত লিপিত খাই পৰিল—দেহৰ উত্তাপত তাই যেন পাহৰি গ'ল—তাই কোন, তাই ক'ত আছে—সযোৰে অনুপমক সাবটি ধৰিলে—

অনুপমেও——

জাগি উঠিল অনুপমৰ পুৰুষ সত্তা—পাহৰি গ'ল সকলো—মৰম কৰিলে পাপৰিক, বহুত মৰম —— বহুত মৰম——

কিছু সময়ৰ পিছত দুয়ো সংজ্ঞা হেৰাই পালে পাপৰিয়ে অনুপমলৈ চাব নোৱাৰিলে, তাই দৌৰি পলাই আহিল। নিলিময়ে গাড়ী পঠোৱালৈ বাট চাব নোৱৰিলে—এখন ৰিক্সা বিচাৰি তাই ঘৰ পালেহি...।

আৰম্ভ হ'ল পাপৰিৰ জীৱনৰ অন্তৰ্দন্দ। কাক ক'ব তাই! আজিকালি তাইৰ নিলিময়ৰ ওচৰ চাপিবলৈকে ভয় কৰে। ঘৰৰ আটাইলৈকে তাইৰ ভয় লাগে, কাৰো কথা তাইৰ কাণত নোসোমায়, একো দেখা নাপায়, ভাৱত বিভোৰ পাপৰি। নিলিময়ে উপলব্ধি কৰিছে পাপৰিৰ স্তব্ধ মানসিকতা ভাবিছে—আকৌ এবাৰলৈ মাতৃ নোহোৱাৰ দুখে পাপৰিক মৰ্মাহিত কৰিছে, নহয়, এইবাৰ নিলিময়ৰ ধাৰণা ভুল হ'ল। তিনি, চাৰি মাহ পিছত সকলোৱে গম পাই যোৱাকৈ পাপৰি বিখ্যাত হৈ পৰিল। ঘৰৰ আটায়ে পৰম সন্তুষ্টি লাভ কৰিলে। গোটেই ঘৰখনক পৰিচৰ্য্যা কৰা পাপাৰিকহে আজিকালি সকলোৱে পৰিচৰ্য্যা কৰা হ'ল। আনফালে—আউল লগা মনটোক স্থিৰ কৰিব পৰা নাই নিলিময়ে—অকলশৰে বহুত সময়ৰ প্ৰয়োজন হৈছে তেওঁক—'পাপৰিয়েতো কাহানিও ভুল নকৰে। তেন্তে মোৰ ক্ষেত্ৰত ডাক্তৰৰ ভুল হৈছে নেকি!—সেইটো হোৱাটোও সম্ভৱ নহয়, ইমান ডাঙৰ ডাক্তৰ! হাজাৰ প্ৰশ্নই আগুৰি ধৰিছে নিলিময়ক—মনত পৰিছে অনুপমলৈ, বাৰে বাৰে চেষ্টা কৰিছে যদিও পাহৰিবলৈ, সিমানেই আমনি কৰিছে অনুপমে! 'হঠাৎ অনুপম

অন্তৰ্ধান হ'ল কিয়? কোনোদিনে অকলে ঘৰৰপৰা নোলোৱা পাপৰি হঠাৎ অনুপমৰ ঘৰৰপৰা অকলে গুচি আহিল কিয়। অফিচৰ পিয়নটোৰ হাতত নিলিময়লৈ দি থৈ যোৱা চিঠিখনত অনুপমে লিখিছিল—দেউতাৰ বেমাৰ কাৰণে হঠাৎ যাব লগা হ'ল, ঘূৰি নাহিবও পাৰোঁ—অনুপম ঘূৰি নহাৰ কাৰণ কি? কোনো সিদ্ধান্তত উপনীত হব পৰা নাই নিলিময়। কিছুদিন বাট চালে--পাপৰিয়ে নিজেই কিজানি কিবা কয়েই।

পাপৰিয়েও আশা কৰিছিল—নিলিময়ে হয়তো তাইক বহুত প্ৰশ্ন কৰিব! অপমান কৰিব, তিৰস্কাৰ কৰিব--তেতিয়া তাই তাইৰ ক্ষমাহীন ভুলটো স্বীকাৰ কৰিব। কিন্তু নাই, কোনো প্ৰশ্ন নাই--কোনো সমিধানও নাই——।

সময় বাগৰি গ'ল--পাপৰিয়ে এটি কন্যা সন্তানৰ জন্ম দিলে। নিলিময়ৰ ঘৰখনলৈ যেন এক লক্ষ্মীৰ হে আগমন ঘটিল--সকলোৰে আনন্দৰ সীমা নাই সেয়া নিলিময় চৌধুৰীৰ ছোৱালী তাইৰ মুখখন দেখাৰ পিছত নিলিময়েও ক্ষন্তেকৰ বাবে পাহৰি গ'ল--সকলো চিন্তা। নাম ৰাখিলে আল্পনা। পাপৰিয়ে কিন্তু আনন্দ কৰিব নোৱাৰিলে—আল্পনাক মৰম কৰিবলৈ তাইৰ সংকোচ হয়। ঘৰৰ সকলোৰে কলিজাৰ এফাল আল্পনা লহপহকৈ ডাঙৰ হ'ল, হাঁহিবলৈ শিকিলে। পাহৰি গ'ল, কিন্তু পাপৰিয়ে হাঁহিবলৈ, ক্ষমা কৰিব পৰা নাই নিজকে--নিলিময়ৰ নিচিনা এজন মানুহক প্ৰতাৰণা কৰি তাই কেনেকৈ জীয়াই থাকিব! বিতৃষ্ণা জন্মিল নিজৰ ওপৰতে, ক্ষমা কৰিব নোৱাৰিলে নিজকে--সেয়েহে এদিন গভীৰ নিশা নিলিময়ৰ বুকত পাপৰিয়ে লিখা এটুকুৰা কাগজৰ সৈতে আল্পনাক থৈ পাপৰি ক'ৰবাত হেৰাই গ'ল নিশব্দে কোনেও বিচাৰি নোপোৱাকৈ।

পিছত মৃত পাপৰি যেন সকলোৰে বাবে এক সাঁথৰ হৈ থাকিল--আচৰিত হ'ল সকলো--পাপৰিৰ মৃত্যুৰ কাৰণ কি বাৰু! আচৰিত নহ'ল কেৱল নিলিময়, সমিধান পাই গ'ল পাপৰিৰ মৃত্যুৰ আৰু নিজৰ পৰিচয়ৰ। সেয়েহে আল্পনাৰ পিতৃৰ নাম লিখা কাজতখন কোনেও নজনাকৈ নিঃশেষ কৰি পেলালে তেওঁ। নিলিময়ে যেন সকলোকে চিঞৰি চিঞৰি ক'ব--'তাই মোৰ ছোৱালী', 'আল্পনা মোৰ ছোৱালী'।

পাপৰিৰ মৃত দেহটো সংকাৰ কৰি নিলিময়ে স্বস্তিৰ নিশ্বাস পেলালে................। ❐

# সেই বৰগছজোপা

মহানগৰীৰ ৰাস্তাইদি মিনিটে মিনিটে পাৰ হোৱা নতুন নতুন মডেলৰ গাড়ীত সম্ভ্ৰান্ত ভদ্ৰলোকবিলাকৰ, নতুবা অট'ৰিক্সা, ৰিক্সা, চাইকেল, বাইক আদিত অহা-যোৱা কৰা লোকসকলৰ আৰু ৰাস্তাইদি চিন্তাত মচগুল হৈ যোৱা লোকসকলৰ বা হাঁহি খিকিন্দালি কৰি যোৱা ডেকা ল'ৰা, গাভৰু ছোৱালীবিলাকৰ অথবা প্ৰেমত মতলীয়া হৈ পৰা প্ৰেমিক-প্ৰেমিকা কাৰোৰেই মোৰ এই--দ্বিতীয়, তৃতীয় বা চতুৰ্থ হাতৰ 'বাজাজ স্কুটাৰ'খনত চকু পৰা নাই যদিও--মই কিন্তু এইখনত উঠি বেছ গৰ্ব কৰিছো নিজে নিজে। নিজকে অত্যন্ত সুখী যেন লাগিছে। সেয়েহে গেৰেজৰ পৰা মাত্ৰ চাৰি হেজাৰ টকাত কিনা (মোৰ বাবে বহুত টকা) বাজাজ স্কুটাৰখনেৰে মই প্ৰথমে প্ৰথমে সেই গছজোপাৰ তলিলৈকে আহিলো। গছজোপাৰ তললৈ আহিলে আবেগত মোৰ মনটো ভৰি পৰে। মই তন্ময় হৈ পৰো। মোৰ এনে লাগে যেন মই মোৰ বুঢ়ী মাক মোৰ সফলতাৰ অংশীদাৰ কৰিব আহিছো। তেওঁৰ বাবেই যেন আজি মোৰ এই অগ্ৰগতি-- তেওঁ মোৰ আশ্ৰয় নিদিয়াহেঁতেন জানো মই এই অৱস্থাত উপনীত হব পাৰিলোহেঁতেন। মই মনে মনে উপলব্ধি কৰো-- মই ভবা কথাবিলাক যেন মই মাতৃ জ্ঞান কৰা বৃক্ষজোপাই বুজি পাইছে। সেয়েহে গছজোপাৰ গুৰিত মূৰটো লগাই সেৱা কৰিলে মোৰ আইৰ বুকুত সোমোৱা যেন লাগে। আৰু মূৰত হাত ফুৰাই দিয়া যেন অনুভৱ হয়। মই গছজোপাৰ গুৰিত সেৱা এটা কৰি ক'ব নোৱাৰাকৈ স্কুটাৰখনৰ ওচৰ পালেহি, ছীটটো থপৰিয়াই তেওঁক দেখুৱাই দিলো মই লোৱা পুৰণা স্কুটাৰখন।

তেতিয়া মই একেবাৰে অজ্ঞ আছিলো চৈধ্য বছৰমান বয়স হৈছিল-উপলব্ধি কৰিব জনাই নাছিলো। সঁচাকৈ তেতিয়াৰ কথা ভাবিলে মোৰ আজিও ভয় লাগে, গৌৰৱো হয়। তেতিয়া কিন্তু মোৰ যথেষ্ট সাহসও আছিল-- ইমান কঠোৰ বাস্তৱক মই কেনেকৈ প্ৰত্যাহ্বান হিচাপে লব জানিলো দৰিদ্ৰতা, ভোক পিয়াহ একোৱেই মোক ৰুদ্ধ কৰিব নোৱাৰিলে- তেতিয়া এটা কথা কিন্তু সঁচা-- মই একেবাৰে

বুজি উঠা নাছিলো যে মোৰ সাহস আছে— মোৰ ধৈৰ্য্য আছে— মই দৃঢ়প্ৰতিজ্ঞ, কেৱল মই কিবা কৰি গৈ আছিলো।

'নাৰমাৰী নামৰ সৰু গাঁওখনৰ ল'ৰা মই। একেবাৰে দুখীয়া পৰিয়াল আমাৰ। খেতিৰ মাটি বাৰী একোৱেই নাছিল। মহাজনে পিতাইক এটুকুৰা মাটি দিছিল তাতে সৰু ঘৰ এটা সাজি পিতাইক থাকিব দিছিল আৰু তাৰ পৰিৱৰ্তে মহাজনৰ পুৰণা বাৰীখনত পিতায়ে আলু কবিৰ খেতি কৰি মহাজন দেউতাহঁতৰ তৰকাৰীৰ যোগাৰ ধৰিছিল আৰু বজাৰতো বেছিছিল। পিছত আইক বিয়া কৰালে মোৰ আৰু ককাইৰ জন্ম হ'ল। মহাজন দেউতাহঁতৰ আইতাই ককাইৰ নাম ৰাখিলে 'কণ পিতা' আৰু মোৰ নাম ৰাখিলে 'ৰবি' ককায়ে পঢ়াশুনা নকৰিলে। মহাজন দেউতাহঁতৰ ঘৰতে কাম বন কৰে। পিতায়ে কিন্তু মোক স্কুলত পঢ়ালে। মই পঢ়িবলৈ বৰ ভাল পাইছিলো। মোক পঢ়াবলৈ পিতায়ে দিন হাজিৰা কৰা আৰম্ভ কৰিলে— আয়ে লোকৰ কাপোৰ বোৱা আৰম্ভ কৰি কিছু পইচা উপাৰ্জন কৰিলে। পিতাই আৰু আইৰ পইচাৰে আমাৰ নিজাকৈ দুবিঘা খেতিৰ মাটি কিনিলে। মই তেতিয়া পঞ্চম শ্ৰেণীত পঢ়ো— সেইদিনাৰ কথা মোৰ আজিও মনত পৰে— মাটি দুবিঘা হোৱাৰ বাবে আয়ে পিতায়ে কিমান যে আনন্দ পাইছিল। পিতায়ে মোক মূৰত হাত ফুৰাই কৈছিল— বোপাই, ভালকৈ পঢ়, ডাঙৰ মানুহ হ'ব লাগিব। আয়ে পিতায়ে মোৰ বৰ যত্ন লৈছিল। কণী এটা গাখীৰ অকণমান যেনেতেনে যোগাৰ কৰি আনিও মোক খুৱায়। ঘৰত আমি তিনিটাহে খোৱা মানুহ— ককায়ে মহাজনৰ ঘৰতে খায়। আয়ে পিতায়ে ৰাস্তাৰ দাতিৰ খাল, দোংবিলাকত নহলে নদীত প্ৰায়ে জাকৈ, জাল, প'ল আদি মাৰি-পুথি খলিহনা, শোল, বৰালী আদি মাছ ধৰি আনে। আমি তিনিও মাছেৰে ভাত খাওঁ— কণী, গাখীৰ আয়ে পিতায়ে নাখায়, মোকেই দিয়ে। আয়ে কয়— 'পঢ়া শুনা কৰিব লাগে., মগজটো ভাল হওঁক দে, খা'।

কোনো মতে পেটে ভাতে খাই আমি সুখৰেই আছিলো। মই ইতিমধ্যে অষ্টম শ্ৰেণী পাইছিলোহি। স্কুলৰ ছাৰসকলে মোৰ ওপৰত বৰ আশা কৰিছিল সকলোকেইজন শিক্ষকে ভালকৈ পঢ়াৰ কথা কয় আৰু কিবা বুজি নাপালে মোক ঘৰলৈ মাতি বুজাই দিছিল। ময়ো তেওঁলোকক বৰ ভক্তি কৰিছিলো। মই এল পি স্কুলত পঢ়োতে আমাৰ প্ৰধান শিক্ষক আছিল—সোণাৰাম পাটৰ। তেওঁ মোৰ

খবৰ সদায়েই ৰাখিছিল। স্কুলৰ গৰমৰ বন্ধ আৰম্ভ হৈছিল। মই বন্ধ আৰম্ভ হোৱাৰ পৰাই নিয়মীয়াকৈ পঢ়া শুনা কৰিছিলো। কাৰণ বন্ধ খোলাৰ পিছতেই ছমহীয়া পৰীক্ষা আৰম্ভ হ'ব।

শাওন মাহ, ভৰ বাৰিষা, খাল দোং সকলোবিলাক পানীৰে উপচি পৰিছে, পুৱাই আই পিতাই মই আলু পোৰাৰে অলপ অলপ পইতা ভাত খাই ল'লো। ৰ'দ ওলাইছে, আই আৰু পিতাই মাছ মাৰিব যাব-- তেওঁলোকৰ লগত আঘোণী বৰমা, মইনা পেহী আৰু কোনোবা কোনোবা যাব মাছলৈ বুলি। নদীৰ পানী খাল দোঙৰ পানী চপচপীয়াকৈ ভৰি পৰিছে নদীৰ কাষৰিতো পানী। নদীখন কিমান দূৰৰ পৰা আছে ধাৰণা কৰা টান হৈ পৰিছিল। মাজে মাজে গৰা খহিছিল। আয়ে বোলে নদীৰ কাষে কাষে জাকৈ মাৰি আছিল। পিতায়ে জাল মাৰিবলৈ যো-জা কৰিছে। জালখনত গাঁঠি লগাত পিতাৰ অলপ দেৰি হৈছে। আয়ে জাকৈ মাৰি থাকোঁতে হঠাতে হেনো ভৰিখন দ পানীৰ ফালে পিছলি গ'ল-- আয়ে বোলে আই ঐ বুলি চিঞৰি এটাহে মাৰিলে আই দ পানীৰ ফালে সোমাই গ'ল। আইৰ চিঞৰ শুনি পিতায়ে বোলে আইক বচাবলৈ পানীত জাপ দিলে-- পিতাও লগে লগে তললৈ সোমাই গ'ল। আই পিতাই আৰু ঘূৰি নাহিল-- গোটেইখন হুৱাদুৱা লাগিল। মই ঘৰতে পঢ়ি আছিলো। আঘোণী বৰমাই মোক নদীৰ পাৰলৈ লৈ গ'লহি ককায়ো আহিল, এটা দুটাকৈ গোটেই গাঁৱৰ মানুহ গোট খালেহি। জাল, প'ল মাৰি গোটেইখন চলাথ কৰিলে-- কিন্তু আই পিতাৰ কোনো শুংশুত্ৰই নাপালে। মই আৰু ককায়ে আই পিতাইক চিঞৰি চিঞৰি মাতিলো। চিঞৰি চিঞৰি কান্দিলো-- আই পিতাই আৰু নাহিল। তিনিদিনৰ পিছত পুৱা মাছ মৰা ঘাটৰ পৰা এক ফার্লংমান ভটিয়নীত আইৰ মৃতদেহ পিতনি আৰু জাবৰত লাগি উপঙি আছিল। মাঘী দদাইৰ পুতেকৰ চিঞৰ শুনি গাঁৱৰ ৰাইজে আইৰ মৃতদেহ ঘৰলৈ লৈ আহিল। আমাৰ ঘৰৰ চোতালত মানুহে ভৰি পৰিল। সকলোৰে মুখে মুখে পিতাইৰ মৃতদেহৰ কথা। কোনো ফালৰ পৰা একো খবৰ নহা দেখি ৰাইজে আইক অকলেই শ্মশানলৈ নিয়াটোকে ঠিক কৰিলে। ঢাৰি, বাঁহ, খৰি আটাইবিলাক যোগাৰ হ'ল। মহাজনী আইতাই ককাই আৰু মোক আইক সেৱা কৰিবলৈ ক'লে। এনেতে আমাৰ ওচৰৰ গাঁওখনৰ নিজাম ককা চাইকেল মাৰি ওলালহি পিতাৰ মৃতদেহ বোলে তেওঁলোকৰ গাঁৱত ওলাইছে। ইতিমধ্যে সেই গাঁৱৰে কেইজনমান মানুহে পিতাক দাঙি আনিছে পিতা আৰু আইৰ মৃতদেহ দুটা একেলগে



চোতালত ৰাখিলে। আকৌ পুৱাৰ দৰেই মানুহ ভৰি পৰিল সকলোৰে মুখত বেলেগে বেলেগ মন্তব্য। কিছুমানে আমাক দুষিলে-- ইমান সৰু কালতে মাক বাপেকৰ মূৰ খালে' কোনোৱে আকৌ আমাৰ ভাগ্যক দুষিলে-- "আই ঐ দেহি কিনো কপাল ইমান সোনকালে ঘাটমাউৰা হ'ল, কোনোৱে আকৌ কেনেকৈ খাব, কেনেকৈ থাকিব ইত্যাদি ইত্যাদি।

বেলি ডুবি সন্ধ্যা হ'ল। আই পিতাইক শ্মশানলৈ নি সৎকাৰ কৰিলে। ককায়ে দুয়োজনৰ চিতাত জুই দিলে। গাঁৱৰ বুঢ়া ককাইঁতে মোক সকলো কামতে ককাইৰ হাতত ধৰি যাবলৈ পৰামৰ্শ কৰিলে-- ময়ো তাকেই কৰিলো। আমাৰ তিলনীৰ দিনালৈকে মহাজন দেউতাইঁতৰ ঘৰতে ৰাখিলে।

তিলনীৰ সকলো কাম শেষ কৰি মই ঘৰলৈ আহিছিলো। মোৰ মনটো বৰ বেয়া লাগিছিল। আই পিতাইক চিঞৰি চিঞৰি মই কান্দিয়েই আছিলো ভগৱানৰ ওপৰত মোৰ বৰ খং উঠিছিল। কি কৰিম, কি নকৰিম। ভাবি পোৱা নাছিলো। আই পিতাৰ কথাবিলাক মনত পৰি মোৰ নিজকে নিজে শাস্তি দিবলৈ মন গৈছিল। মোৰ অতি মৰমৰ কিতাপবিলাকো মই দলিয়াই পেলাইছিলো। মই বিৰক্ত হৈ পৰিছিলো। মই জ্ঞান শূন্য হৈ পৰিছিলো আৰু সাংঘাতিক ধৰণৰ এটা বেয়া কাম কৰি পেলাইছিলো। মই আমাৰ ঘৰটোও জুই লগাই দিছিলো। জুই দপদপকৈ জ্বলি উঠিছিল। গোটেই গাঁৱৰ মানুহ আমাৰ ঘৰলৈ দৌৰি দৌৰি আহিছিল। গোটেইখন গাঁও হুলস্থূল লাগি পৰিছিল, ককায়ে কান্দি কান্দি মোক বৰকৈ মাৰিলে। সকলোৱে মোক গালি পাৰিলে। ময়ো চিঞৰি চিঞৰি কান্দিব ধৰিলো। মণিৰামহঁতৰ খুৰীয়ে মোক গৰ্তিয়াই গতিয়াই ক'লে-- "আই পিতাইৰ মূৰ খাই হেঁপাহ নপলাল। আকৌ ঘৰটোও খালি'। সকলোৱে গালি আৰু দাদাই, ককাইহঁতৰ মাৰ খাই মই দৌৰি দৌৰি পলাই আহিলো। আহি আহি মই তিনিআলি পালোহি। তিনিআলিৰ ৰাস্তাত মানুহে ভৰি থকা এখন বাছ ৰৈ থকা দেখি মই তাতেই উঠি দিলো। বাছৰ কণ্ডাক্টৰজনে মোক পইচা নোলোৱাকৈয়ে মহানগৰ পোৱালেহি। সি মোক ক'ত নামিম বুলি সুধি আহিছিল। ময়ো ইয়াত নহয়, তাত নহয় বুলি সুধি আহিছিল। ময়ো ইয়াত নহয় তাত নহয় বুলি বহুত ঠাই ঘূৰিলো। পিছত কোনোবা ঠাই এটুকুৰাত বাছ ৰাখোতে মই সেই বৰগছজোপা দেখিলো মোৰ মনটো ভাল লাগি গ'ল-- মই তাতেই নামি পৰিলো, মই ভাবিলো

- সেই গছজোপাৰ তলতে থাকিব পৰিম, মই লাহে লাহে গছজোপাৰ গুৰিলৈ গ'লো- প্ৰকাণ্ড গছ, ৰ'দ বৰষুণ কিছু বাধা দিব পাৰিব। গছজোপাৰ চাৰিওফালে ঘূৰিলো গছজোপাৰ বেৰ পোন্ধৰ ফুটমান হ'ব। গছৰ গুৰিটোৰ কিছু অংশ ভিতৰলৈ সোমাই পৰা কাৰণে গুৰিটোৰ দুয়োফালে কিছু অংশ বাঢ়ি যোৱা। ভিতৰলৈ সোমাই পৰা ঠাইডোখৰত মানুহ সোমাই থাকিলে আঁতৰৰ পৰা দেখা নাপায়— তদুপৰি ৰ'দ, বৰষুণত কিছু বাধা দিব পাৰিম। মই অলপ দেৰি তাতেই কটালো। লাহে লাহে আন্ধাৰ কিছু গাঢ় হৈ আহিল। নগৰীয়া হুলস্থূলৰ কিছু শাম কাঠিলে। নিস্তব্ধতা কিছু বাঢ়িল গাড়ী মটৰৰ শব্দ লাহে লাহে কমি আহিল, মই গছজোপাৰ মাজৰ ভিতৰলৈ সোমাই পৰা ঠাইডোখৰতে সোমাই বহি বহি টোপনি যাবলৈ চেষ্টা কৰিছিলোঁ। গাঁৱলৈ ঘৰলৈ আই পিতালৈ বৰকৈ মনত পৰিছিল। দপদপকৈ জ্বলি উঠা আমাৰ ঘৰটোৰ দৃশ্য চকুৰ আগত ভাহি উঠিছিল। নিজৰ ওপৰত বৰ খং উঠিছিল। আচৰিত হৈছিলো— মই এনে এটা জঘন্য কাম কেনেকৈ কৰিব পাৰিলো বাৰু। মই শাস্তি পাব লাগে— সেয়েহে গোটেই ৰাতি ভোকে পিয়াহে গছৰ তলত কটাই মই যেন সঁচাকৈ শাস্তি গ্ৰহণ কৰিছিলো।

লাহে লাহে ৰাতি পুৱাবলৈ আৰম্ভ কৰিছে। গছজোপাত থকা চৰাই চিৰিকটি বিলাকে মাতিবলৈ আৰম্ভ কৰিছে— ক্ৰমান্বয়ে সিহঁতৰ চিঞৰৰ বাখৰ বাঢ়ি গ'ল,...... এসময়ত চৰাইৰ চিঞৰৰ বাখৰ বন্ধ হ'ল- আৰম্ভ হ'ল..... মানুহৰ সমাগম। গাড়ী- মটৰ, ৰিক্সা, অট'ৰ মাত আৰু আৰম্ভ হ'ল। মহানগৰীৰ ব্যস্ত জীৱন। কোনে কি ধৰণে গছৰ তলত কটাইছে। কোনে কি খাইছে কোনে কি কৰিছে— এইবিলাক খবৰ ৰখাৰ কাৰো সময় নাই। প্ৰয়োজনো নাই।

পুৱা ন-দহটামান বাজিছে হয়তো। মই গছ জোপাৰ ওচৰে পাঁজৰে আছিলো। মোৰ প্ৰচণ্ড ভোক লাগিছিল। কিবা কিনি খাবলৈকো পইচা নাই মই ইফালে সিফালে চাই দেখিলো— ওচৰতে এটা ডাঙৰ পকীঘৰ সজাৰ কাম চলি আছে। মচলা মিলোৱা মেচিনটো হৰ হৰকৈ ঘূৰি আছে— মই তাকেই চাবলৈ আগবাঢ়ি গ'লো। আগতে কাহানিও এনে মেচিন দেখা নাছিলো। গাঁৱতটো মচলা মিলাবলৈ মেচিন নিনিয়ে। মই মেচিন চাই থাকোঁতেই ঠিকাদাৰজন আহিল। বনুৱাবিলাকে তেওঁক আগুৰি ধৰিলে— তেওঁ কোনে কি কাম কৰিব বুজাই দিলে। ময়ো তেওঁৰ ওচৰ চাপি ক'লো— 'ছাৰ মোকো এটা কাম দিয়ক, মোৰ বৰ ভোক লাগিছে'

ঠিকাদাৰজনে কিছু সময় মোৰ মুখলৈ চাই থাকি মোক বালি চালা কামকে কৰিব দিলে-- একেবাৰে সহজ কাম-- মই অকণো হেলা নকৰাকৈ বালি চালিবলৈ ধৰিলো। দুপৰীয়া ঠিকাদাৰে মোক বিশ টকা দি কিবা খাই আহিবলৈ ক'লে- মই ওচৰৰ মানুহজনীক দোকানৰ কথা সুধিবলৈ কাষ চাপি গ'লো। পিছে মানুহজনীক কি বুলি মাতিম-- এই লৈ চিন্তা হ'ল। অলপ পিছত মাহী বুলিয়েই মাতিলো। তাই ঘূৰি চাই তাইকে মাতিছো নেকি সুধিলে, মই মূৰ দুপিয়ালো আৰু দোকানৰ বিষয়ে সোধাত দেখুৱাই দিলে। মই তাকে গৈ পোন্ধৰ টকাৰ ভাত খালো। পিছত আকৌ ঘূৰি আহি বালি চালাত লাগিলো। গধূলি সকলো বনুৱা নিজৰ নিজৰ ঘৰলৈ যাবলৈ ওলাল। ঠিকাদাৰে সকলোকে পইচা দিলে। মোক আকৌ বিশ টকা দিলে। মই পুনৰ গছ জোপাৰ তলতে ৰাতিটো কটালো। পিছদিনা পুৱা আকৌ বালি চালা কাম কৰিব গ'লো। তিনি ৰাতি গছৰ তলতেই কটালো। চতুৰ্থদিনা ঠিকাদাৰে মোক মাতি ক'ত থাকো সুধিলে, মই গছজোপাৰ তলতে থকাৰ কথা ক'লো। তেওঁ মোক বস্তা দুখন দি ঘৰ সজা ঠাইতে টিনৰ সৰু চালি ঘৰটোত চকিদাৰ দুটাৰ লগতে থাকিবলৈ ক'লে-- ময়ো থাকিবলৈ মান্তি হ'লো। চকিদাৰ দুটাৰ লগতে ময়ো ফুটপাথত থকা দহ টকাত ভাত পোৱা দোকানত ভাত খোৱা হ'লো। মোৰ পইচা ভালেখিনি বাচি যোৱা হ'ল। কাৰণ পিছত ঠিকাদাৰে মোক পাঞ্চশ টকা দিয়া কৰিলে।

লাহে লাহে ঘৰটোৰ কাম শেষ হৈ আহিল-- এটা পাঁচ তলা ডাঙৰ ঘৰ থিয় হ'ল। বনুৱাবিলাকে কোনে আকৌ ক'ত কাম কৰিব-- এইবিলাক আলোচনা কৰি থকা হ'ল। মোকো দুই এজনে সোধে। মোৰ লগত থকা চকিদাৰকেইটাই ঠিকাদাৰক লাগি আছে-- সিহঁতক ছিকিউৰিটি গাৰ্ডৰ কাম দিব লাগে। এদিন ঠিকাদাৰে মোক মাতি নি মই বেলেগত কাম কৰিম নেকি সুধিলে-- মই তেওঁক ক'লো-- "চাৰ, মোৰ এহেজাৰ টকা গোট খাইছে-- সেই টকাৰে মই সেই বৰগছ ডালৰ তলতে এখন পাণ দোকান দিম বুলি ভাবিছো। ঠিকাদাৰজনে মোৰ কথাত বৰ ভাল পালে, তেওঁ তেওঁৰ দৰ্জা খিৰিকি বনোৱা মিস্ত্ৰী কেইটাক টুকুৰা টুকুৰী কাঠেৰে এখন পাণ দোকানৰ টেবুল বিনা পইচাতে বনাই দিবলৈ ক'লে-- আৰু কিবা দৰকাৰ হ'লে তেওঁক ক'বলৈ ক'লে। ডাঙৰ ঘৰটোৰ কাঠৰ কাম, ৰঙৰ কাম শেষ হোৱালৈকে মই চকিদাৰকেইটাৰ লগতে থাকিলো। ঘৰৰ পৰা ওলাই অহাৰ

তিনিমাহ মান পিছত মই পাণ দোকানখন আৰম্ভ কৰিলো কাৰণ তিনিমাহতো মই বনুৱা কাম কৰিয়েই কিছু পইচা সাচিলোঁ— ইতিমধ্যে বাৰিষাৰ বৰষুণো কমি আহিল। দোকানখনত প্ৰথমতে পাণ, তামোল আৰু চুণ। মোৰ বহুত বিক্ৰী হয়-- মই তামোল কাটি তৎ নাপাওঁ। মোৰ লাভো হয় লাহে লাহে মিঠাপাণ, জৰ্দাপাণ, তাৰ পিছত জৰ্দাৰ পেকেট, পাণ মছলাৰ পেকেট, কমলা লোজেন, চকলেট আদি বিলাকো বেছিবলৈ ল'লো। মোৰ দোকান ডাঙৰ হ'ল আৰু এখন টেবুল বনোৱাই ল'লো।

ডাঙৰ ঘৰটোৰ কাম সম্পূৰ্ণ হ'ল। ঠিকাদাৰৰ টিঙৰ চালিখন ভাগি দিলে- মোৰ থাকিবলৈ ঘৰৰ অভাৱ হ'ল- ঠিকাদাৰৰ বুদ্ধিতে মই তেওঁ দিয়া টিন কেইখনেৰে গছজোপাৰ তলতে, ৰাস্তাৰ বিপৰীত ফালে এখন টিং পাতৰ চালি বনাই ললো। বৰগছৰ গুৰিডালে মোৰ চালিখনত এখন বেৰৰ কাম কৰিলে। সেই চালিখনেই মোৰ ঘৰ হ'ল আৰু সেই বৰগছ ডালেই যেন মোক আই-পিতাইৰ দৰে আগুৰি ৰাখিলে। পিছত এটা ষ্টোভ কিনি মই ভাতকেইটাও নিজেই বনাই খোৱা হ'লো— দিনত আকৌ সেই ষ্টোভটোতে লাল চাহ বনাই মই বিস্কুটৰ সৈতে বিক্ৰীও কৰো।

মই সম্পূৰ্ণৰূপে দোকানী হৈ পৰাৰ এবছৰ পাৰ হ'ল— মই কিন্তু ঘৰৰ কথা, ককাইৰ, আই পিতাৰ কথা পাহৰিব পৰা নাই। ৰাতি শোৱাৰ সময়ত মোৰ সকলোবিলাক কথা চকুৰ আগত ভাহি উঠে। স্কুল আৰু কিতাপখিনিলৈ মনত পৰে, মোৰ আকৌ পঢ়িবৰ মন যায়। কিন্তু পুৱা হোৱাৰ লগে লগে মই আকৌ দৈনন্দিন কামত ব্যস্ত হৈ পৰো। দোকানত বহাৰ পিছতেই সকলো দুখ বেজাৰ পাহৰি যাওঁ।

কিন্তু এদিন এটা ডাঙৰ ঘটনা হ'ল— আমাৰ গাঁৱৰ মহাজন দেউতাৰ ল'ৰা মাণিক ককাইদেউ দুজনমান মানুহৰ সৈতে কথা পাতি মোৰ দোকানত তামোল চিগাৰেট খাবলৈ আহিল। মই ককাইদেউক দেখিয়েই চিনি পালো। তেওঁ কিন্তু প্ৰথমে মোক চিনি পোৱা নাছিল। তামোল, চিগাৰেট খাই ঘূৰাই পাব লগা পইচাখিনি নোলোৱাকৈ তেওঁলোক গ'লগৈ। মই হঠাতে চিঞৰি উঠিলো। ককাইদেউ পইচাখিনি লৈ যাওঁক। -- তেওঁ ঘূৰি আহি পইচাখিনি লৈ গুচি গ'ল। মোক চিনি নোপোৱা বুলি ভাবি মোৰ ভালেই লাগিল। কিন্তু অলপ দূৰ গৈ

ককাইদেউ ঘূৰি আহিল মোক সুধিলে-- 'হেৰা ভাইটি তোমাৰ ঘৰ ক'ত'। মই একো উত্তৰ দিব নোৱাৰিলো। অলপ পিছত তেওঁ নিজে নিজেই মোক সুধিলে-- এই আমাৰ 'ৰবি' নহয়নে? মই মূৰ দুপিয়াই উত্তৰ দিলো-- হয়। তাৰ পিছত ককাইদেউৱে মোক গাঁৱলৈ নিবলৈ বৰ জোৰ কৰিলে-- মই কিন্তু যাবলৈ মান্তি নহ'লো।

পিছদিনা দুপৰীয়া আমাৰ ককাই আৰু সোণাৰাম ছাৰ মোক চাবলৈ মোৰ ওচৰ পালেহি। মোক দেখিয়েই ককায়ে বৰ কন্দা কটা কৰিলে। ছাৰৰো চকুৰ পানী ওলাল। মই লাল চাহ আৰু বিস্কুট দুয়োকে খুৱালো। দুঘন্টামান পিছত ছাৰে সন্তোষ পালে যদিও তেওঁ মোক পঢ়াৰ কথা বাৰে বাৰে কৈ গ'ল-- মই হেনো ৰাতি ৰাতি পঢ়ি মেট্ৰিক পৰীক্ষাটো দিব লাগে, কিতাপ পত্ৰ আদিৰ সকলো ব্যৱস্থা তেওঁ কৰি দিব হোনো। ককাই মোৰ লগতে ৰাতিটো থাকিল। মই ককাইক ৰাতি হোটেলত ভাত খুৱালো। মোৰ চালিখনৰ তলতে দুয়ো শুবলৈ ওলালো যদিও টোপনি নাহিল। ৰাতিটো কথা পাতি পতিয়েই পাৰ কৰি দিলো। পুৱা সোনকালেই ককাই গ'লগৈ। যাবৰ পৰত আমি দুয়োটাই আকৌ কান্দিলো। ককাইয়ে আকৌ আহিম বুলি কৈ মোৰ মূৰে গায়ে হাত বুলাই থৈ গৈছে।

ককাই যোৱাৰ পিছত মই বৰ শান্তিৰে দোকানত বহিলো মোৰ মূৰৰ পৰা যেন বহুত দিনৰ বোজা এটা পাতলিল। তাৰ পিছত ককাই সপ্তাহে সপ্তাহে মোৰ ওচৰলৈ অহা হ'ল। ককাই আহিলে তামোল পাণৰ ভাৰখন লৈ আহে। গতিকে মই তামোল -পাণ কিনাৰ পৰাও ৰেহাই পালো আৰু দোকানৰ উপাৰ্জনো বাঢ়ি গ'ল। এবাৰ ককায়ে তামোল-পাণৰ লগতে সোণাৰাম ছাৰে দিয়া কিতাপ অলপমানো লৈ আহিল। মোৰ মনটো বৰ ভাল লাগিল। আমাৰ গাঁৱৰ মই পঢ়া স্কুলখনৰ পৰাই প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে মোৰ নামতে ফৰ্মভৰ্তি কৰাই দিব হেনো। মই ৰাতি ৰাতি পঢ়া আৰম্ভ কৰিলো। সময়ত মোৰ পৰীক্ষা দিয়াৰ আটাইখিনি ব্যৱস্থা হৈ গ'ল। এই ক্ষেত্ৰত মাণিক ককাইদেউ আৰু সোণাৰাম ছাৰে বৰ সহায় কৰিলে। সকলো পইচা মাণিক ককাইদেৱে দিলে-- তদুপৰি মোৰ পৰীক্ষাৰ চেন্টাৰটোও গাঁৱৰ পৰা ইয়ালৈ বদলি কৰাই দিলে।

সময়ত মই পৰীক্ষা দিলো। পৰীক্ষাৰ কেইদিন ককাই মোৰ লগতে থাকি, ৰান্ধি বাঢ়ি খুৱালে, দোকানতো বহিল। দুমাহমান পিছত পৰীক্ষাৰ ফলাফল ঘোষণা

কৰিলে— মই কোনো মতে তৃতীয়  বিভাগত পাছ কৰিলো। মই আনন্দতে বৰগছ জোপাকে সাবটি ধৰিলো। সেৱা কৰিলো। এই গছডালেই মোৰ সকলো— আই পিতা, ককাই, ভাই সকলো। মই যেতিয়া প্ৰথমে গাঁৱৰ পৰা পলাই আহিছিলো তেতিয়া মই এই গছজোপাৰ মাহাত্ম্য বুজি পোৱা নাছিলো— কিন্তু মই ডাঙৰ হৈ অহাৰ  লগে লগে গছজোপাৰ প্ৰতি মোৰ অশেষ ভক্তি বাঢ়ি গৈছে। মই উপলব্ধি কৰিব পাৰিছো এনে ধৰণৰ বৰগছবিলাক আমাৰ কিমান উপকাৰী। সেয়েহে মেট্ৰিকৰ ৰিজাল্ট দিয়াৰ দিনাই মই গছডালৰ গুৰিতে নিজে নিজে প্ৰতিজ্ঞাবদ্ধ হৈছিলো। মই বেছি নহলেও এজোপা বা দুজোপা বৰগছ ৰুই মোৰ দৰে কোনো অভাগাৰ উপকাৰ সাধন কৰিবলৈ সক্ষম হম।

ককাইয়ে মোক গাঁৱলৈ নিবলৈ আহিল। ইমান ডাঙৰ এটা কুকৰ্ম কৰি গাঁৱৰ পৰা পলোৱা কাৰণে মোৰ গাঁৱলৈ যাবলৈ লাজ লাগিল আৰু নিজেই অপমানবোধ কৰিলো— তথাপিতো মই গাঁৱলৈ গ'লো। গাঁৱত সকলোৱে মোক চাবলৈ বাট চাই আছিল, সকলোৱে মৰমো কৰিলে— প্ৰায় চাৰি বছৰৰ পিচত মই গাঁওখন দেখিলো, মোকো গাঁৱৰ মানুহে দেখিলে। মই জ্বলাই থৈ অহা আমাৰ ঘৰটোৰ কোনো চিন চাবেই নাই। ককায়ে সেই ঠাইতে খেতি বাতি কৰে।

ৰাতিটো মহাজন দেউতাইতৰ ঘৰতে থাকিলো। দেউতাই মোক বহুত বুজালে, আইতাই মোক বুকুত সাবটি ধৰি বহুত কান্দিলে। ময়ো গেটেই ৰাতিটো কান্দিয়েই থাকিলো। পুৱা মাণিক ককাইদেউৱে বুজালে আৰু লগতে তাগিদা দিলে— মই সৰু সুৰা চাকৰিৰ চেষ্টা চলাব লাগে। তেওঁ নিজেও লাগি ভাগি দিব, তেওঁৰ বহুত চিনাকি আছে, দৰকাৰ হ'লে কোনোবা মিনিষ্টাৰৰ ওচৰলৈকো যাব হেনো।

দুদিনমানৰ পিছত ঘূৰি আহি আকৌ দোকানত বহিলো যদিও চাকৰিৰ চিন্তা মোৰ মূৰতো সোমাল। কিবা কিবি চকিদাৰ পিয়নৰ চাকৰিৰ বাবে চেষ্টাও কৰিলো-- কিন্তু মনোনীত নহলো, লাহে লাহে চাকৰিৰ আশা বাদ দিলো। দোকানখনকে ভালকৈ চলাম বুলি ভাবিলো। এসপ্তাহমানৰ পিছত মাণিক ককাইদেউ ওলালহি কিছু কাগজ পত্ৰ হাতত লৈ। তেওঁৰ হেনো গড়কাপ্তানি অফিচ'ৰ কোনোবা হাকিমৰ লগত চিনাকি আছে, গাঁৱতে মহৰি চাকৰিৰ বাবে যত্ন কৰিব।  তেওঁ মোক কিবা ফৰ্মভৰ্তি কৰিব দিলে। আৰু মোৰ মেট্ৰিকৰ চাৰ্টিফিকেট মাৰ্কচিত আদি যোগাৰ কৰি দিবলৈ কলে। মই অলপ দিন পিছত সকলোবিলাক যোগাৰ

কৰি ককাইদেউক দিলো। তাৰ পিছত প্ৰতি মাহতে মই কাকাইদেউলৈ বাট চাই থকা হ'লো। কিন্তু মোৰ চাকৰিৰ কোনো খবৰ নাহিল। মই নিৰাশ হৈ পৰিলো। পুনৰবাৰ চাকৰিৰ আশা বাদ দিলো। দোকানখনকে ভালকৈ পতাৰ মন কৰি দোকানত বহিলো। এসপ্তাহ পিছত এদিন পৌৰ নিগমৰ পৰা কেইজনমান মানুহ আহিল। তেওঁলোকে মোক ভালদৰে বুজাই দিলে— মই দোকান দি থকা গছডালৰ কাষেদি হেনো 'ফুটপাথ' বনাব। গতিকে মই দুইসপ্তাহৰ পিছত সেই ঠাই এৰিব লাগে। মোৰ মূৰত সৰগ ভাগি পৰিল। মনে মনে গাঁৱলৈ ঘূৰি যোৱাটোকে ঠিক কৰিলো। গাঁৱতে এখন দোকান দিম বুলি ভাবিলো। আৰু এসপ্তাহ পাৰ হ'ল। মই মোৰ সকলো বস্তু ধৰাকৈ ডাঙৰ বেগ এটা কিনিবলৈ বজাৰলৈ যাবলৈ ওলালো। দোকানৰ টেবুলকেইখন বাছৰ ওপৰত তুলি গাঁৱলৈ নিয়াটোকে ঠিক কৰিলো। টিংপাতকেইখন বেছি দিয়াটোকে মনস্থ কৰিলো। সকলো ভাবি চিন্তিয়েই মই বজাৰলৈ ওলাই গ'লো।

গধূলি পৰত বজাৰৰ পৰা ঘূৰি আহিলো। দূৰৈৰ পৰাই মোৰ দোকানৰ আগত কেইজনমান মানুহ ৰৈ থকা দেখিলো মই ভাবিলো কোনোবা তামোল খাবলৈ অহা মানুহ। ওচৰলৈ আহিহে দেখিলো মাণিক ককাইদেউ আৰু দুজন মানুহ। ককাইদেৱে মোৰ মূৰত হাত বুলাই ক'লে- 'ব'লা ওলা, এতিয়া গাঁৱলৈ যাওঁগৈ। তোৰ চাকৰিটো কোনো মতে হ'লগৈ আমাৰ গাঁৱৰ তিনি আলিত যে সেই 'গড়কাপ্টানি অফিচ'টো আছে তাতে তোৰ চাকৰি। আজি শনিবাৰ, সোমবাৰে মোৰ লগতে যাব লাগিব। অফিচলৈ আৰু কিছু কাম বাকী আছে? মই ককাইদেউক সেৱা এটা কৰিলো। দৌৰ মাৰি চালিখনৰ তললৈ গৈ গছজোপাতো এটা সেৱা জনালো। মনটো বৰ ভাল লাগিল, নতুনকৈ কিনি অনা ডাঙৰ বেগটোত সকলো বস্তু ভৰাই মই ককাইদেউৰ লগতে গাঁৱলৈ ৰাওণা হ'লো।

সেই দিনা সোমবাৰ, মোৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দিন। মই মাণিক ককাইদেউৰ লগত অফিচলৈ গ'লো। ককাইদেৱে দুই এজন মানুহৰ লগত চিনাকি কৰি দিলে। অফিচৰ বেলেগ বেলেগ কোঠাকেইটামানলৈ নি মোক কেইখনমান কাগজত চহী কৰিবলৈ ক'লে। প্ৰথম দিন কাৰণে মোৰ অলপ ভয় লাগিছিল। তথাপি অফিচাৰ কেইজনে যিয়েই যি কৰিবলৈ কৈছিল মই তাকেই কৰিছিলো। আবেলি চাৰি বজালৈকে মই অফিচতে থাকিলো। পুৱাৰ পৰা সময়খিনি কেনেকৈ

পাৰ হ'ল গমকে নাপালো। গধুলি পৰত ঘৰ পালোহি। মহাজন দেউতা, আইতা, ককাই, মাণিক ককাইদেউ সকলোৱে মোলৈ বাট চাই আছিল। মই আহি পোৱাৰ লগে লগে সকলোৱে কেনে লাগিলে সুধিলে। আইতাই বহু জলপান খাবলৈ দিলে। মাণিক ককাইদেউয়ে মোৰ গাত থপৰিয়াই ক'লে– "তই এতিয়া দোকানী নহয়, মহৰি হলি। সময়মতে অফিচলৈ যাবি কাৰো লগত কাজিয়া নকৰিবি। খংটো অলপ কমাবি, একো বেয়া কাম নকৰিবি।

মোৰ চাকৰি কৰা আজি পাঁচ বছৰ হ'লহি। মই কিন্তু মাণিক ককাইদেউৰ কথা আখৰে আখৰে পালন কৰিছো। মই এতিয়া সৰু ল'ৰা হৈ থকা নাই। মানুহ হ'লো– এজন ডেকা মানুহ। মোৰ চাকৰিটো সৰু, ইয়াতকৈ বেছি পোৱাৰ যোগ্যতা মোৰ নাই বুলিও মই জানো কিন্তু মই বৰ সুখী। মোৰ আই পিতায়ে বিচৰাৰ দৰে মই এজন মানুহ হ'বলৈ বিচাৰিছো। এজন সঁচা মানুহ। এতিয়া মোৰ দুখ কৰিব লগা একোৱেই নাই। ককায়ে গাঁৱতে মোৰ পাণ দোকানখন পাতি এবেলা বহে। সি বিয়া কৰালে। মোৰ দুটা ভতিজা। পিতায়ে ঘৰ সজা ঠাইডোখৰত ককায়ে তাৰ আৰু মোৰ বাবে এটা দুটা কোঠালিৰ ঘৰ সাজিলে। মই ইটা বালিৰ যোগাৰ দিলো। পিতায়ে সজোৱা খেৰ, বাঁহৰ ঘৰৰ ঠাইত এতিয়া টিং ইটাৰ ঘৰ হ'ল। মোৰ স্কুটাৰখন কিনা আজি তিনিদিন হ'ল। গেৰেজত অলপ মেৰামতি কৰাই আজিয়েই প্ৰথম চলালো। গাঁৱৰ পিনৰ ৰাস্তা পাৰ হৈ মহানগৰৰ ৰাস্তা পালোহি। গাড়ীখনে আমনি দিয়া নাই। এতিয়া এই গাড়ীখনৰে মই বহুত কাম কৰিব লাগিব- ঘূৰা ফুৰা বহুত হ'ব– কাৰণ অহা মাহত মোৰ বিয়া। সোণাৰাম পাতৰ ছাৰৰ ছোৱালীজনীৰ লগত। ❐

卍 卍 卍

# মৰহা ফুলৰ পাপৰি

দিনৰ দিনটো মানুহজনীক চাই চাই মই আচৰিত হৈ গৈছিলো। পুৱা আঠ বজাৰ পৰাই তাই কামত ধৰিছে। চুটি চাপৰ, ক'লা, শকত মানুহজনী, মুখৰ গঢ়টো সিমান স্পষ্টকৈ ধৰিব নোৱাৰি। মূৰত এখন কাপোৰ বান্ধি লৈছে। প্ৰতিবাৰতে বেলচাখন ভৰ্তি কৰি বালি ভৰাই লওঁতে তাইৰ মুখৰ ভাঁজটো বেলেগ হৈ পৰে। ৰাস্তাটোৰ আধালৈকে ঢাকি ধৰা বালিৰ দ'মটো তাই পুৱাৰেপৰা চালিবলৈ আৰম্ভ কৰিছে। বেলচাখনৰে বালিবোৰ চালনিখনত দলিয়াই দিয়ে আৰু পিছত সৰু কাঠ এটুকুৰাৰে চুঁচি বালিখিনি চালনিৰে সৰকাই দিয়ে। অলপ সময়ো জিৰণি নোলোৱাকৈ তাই সেই কাম কৰি আছে। অকণমানো বহি থকা নাই। বেচেৰীজনী। কাৰো লগত কথা বতৰা পতাও দেখা নাই, হাঁহি মাত একেবাৰেই নাই। কেৱল কামেই কৰি আছে।

মোৰ ঘৰৰ ওচৰতে তাই কাম কৰি আছে। মই মোৰ ঘৰৰ প্ৰথম মহলাৰ পৰা তাইক মাজে মাজে খিৰিকীৰে চাই আছিলো। প্ৰথমে মই এনেয়ে চাই আছিলো। পিছত তাইৰ প্ৰতি মোৰ এক সহানুভূতি জাগিল। মই ভিতৰত শান্তিৰে থাকিব নোৱাৰা হ'লো। আজৰি পালেই মই খিৰিকীৰ কাষৰ পৰা তাইক নিৰীক্ষণ কৰো। 'আ ঐ দেহি, বেচেৰীজনী'! পুৰুষ বনুৱা বিলাকৰ দৰে বিড়ি হুপি হুপিও তাই এখন্তেক বহা নাই, নাইবা কিছুমান মহিলা বনুৱাৰ দৰে তামোল পাণৰ মহলা মাৰিও থকা নাই। সঁচাকৈ তাইলৈ মোৰ বৰ মৰম লাগিল। মাজে মাজে মই মোৰ ঘৰৰ কাম, নহলে বা মোৰ পতিদেউ আৰু ল'ৰা-ছোৱালীহালৰ লগত ব্যস্ত থাকিলে মানুহজনীক পাহৰি থাকো যদিও, মই অলপ আহৰি পালেই তাইলৈ মনত পৰি খিৰিকিখনৰ ওচৰ পাওঁগৈ। এইবাৰ মই খিৰিকিৰ কাষতে এখন চকী লৈ পৰ্দাখন অলপ দাঙি তাইলৈ চাই আছিলোঁ। তাই একেদৰেই কাম কৰি আছে। মোৰ ভাব হৈছিল— "তাইৰ বা ল'ৰা ছোৱালী আছেনে নাই।" গাৰ গঠনটো দেখিলে ল'ৰা-ছোৱালীৰ মাক যেনেই লাগে। দেহাটো মঙহেৰে পূৰ হৈ থকা দলহ দপহ চেহেৰা যাক কয়। মই চাই থকা সময়তে তাই হঠাতে

বেলেচাখন দলি মাৰি প্ৰায় দৌৰি যোৱাৰ দৰেই নতুনকৈ চাঁদ এখন দি থোৱা ঠাইলৈ গ'ল। মই ঠিক ধৰিব নোৱাৰিলো, অলপ ভিতৰৰ ফালে । কিন্তু অলপ পিছতেই তাই হাতত এটা কান্দি থকা কেঁচুৱা লৈ আকৌ বালিখিনিৰ ওচৰ পালেহি। উলংগ কেঁচুৱাটো নেদোকা আৰু ক'লা। হাত ভৰি মাৰি কান্দি আছে। তাই লাহে লাহে তাইৰ সোঁ হাতেৰে তাইৰ বাওঁ ফালৰ বক্ষ ঢাকি ৰখা ব্লাউজটোৰ কাপোৰখিনি আঁতৰাই দিলে। মই তাইৰ সেই পিনোন্নত বক্ষটো স্পষ্টকৈ দেখা পালো। তাই ইটা এটুকুৰাত বহি লৈ কেঁচুৱাটোক গাখীৰ খুৱাবলৈ লাগিলে। মোৰ বুকুখনত শিৰ শিৰাই গ'ল। মই এক মুহূৰ্তৰ বাবে হ'লেও তাই আৰু মোৰ মাজত সামঞ্জস্যটো অনুভৱ কৰিলো। হঠাৎ মোৰ ঘৰৰ কলিং বেলৰ মাত শুনিলো-- এওঁক বিচাৰি অহা কোনোবা মানুহ মই দুই এষাৰ কথা কৈ বহিবলৈ দিলো। পুনৰ মই খিৰিকিখনৰ ওচৰলৈ আহিলো। তাই আকৌ বালি চলাত ব্যস্ত হৈ পৰিল। কিন্তু তাইৰ ওচৰতে এজন প্ৰায় ত্ৰিশ বছৰীয়া মানুহ থিয় হৈ তাইক কিবা কথা কৈ আছে। কেঁচুৱাটোও মানুহজনেই লৈ আছে। মানুহজন বেচ চাফ চিকুণ। বগা চাফা পাঞ্জাবী, এখন সেউজীয়া লুঙী, চেণ্ডেল। মই ভাবিলো তাইৰ হয়তো কোনোবা চিনাকি মানুহ।

লাহে লাহে সন্ধ্যা নামি আহিল। মই ঘৰত সন্ধ্যাৰ ধূপ চাকি জ্বলোৱাত ব্যস্ত হৈ পৰিলো। কিছু সময়ৰ পিছত মই খিৰিকিখন মাৰিবলৈ গৈ দেখিলো। মানুহজনীয়ে কাম বন সামৰি যাবলৈ সাজু হৈছে। তাইৰ লগত সেই মানুহজন। তাই এখন ৰংচঙীয়া ফুলাম শাড়ী পিন্ধি মানুহজনৰ হাতৰ পৰা কেঁচুৱাটো লৈ তাৰ হাতত এটা টোপোলা গুজি দিলে। মানুহজনেও বিড়ি এটা হুপি হুপি একেলগে তাইৰ লগত গুচি গ'ল। মোৰ আৰু বুজিবলৈ বাকী নাথাকিল যে সেইজনেই তাইৰ গিৰীয়েক। পিছদিনা পুৱা মই মানুহজনীক দেখা নাপালো। তাই হয়তো আৰু কামলৈ নাহে। এসপ্তাহ মানলৈকে মই তাইক মাজে মাজে চাই আছিলো। তাইক কিন্তু দেখা নাপালো। হয়তো বেলেগ ঠাইত কাম কৰিছে— মই ধাৰণা কৰি ল'লো।

ইতিমধ্যে সময় বাগৰিল। মোৰ সন্মুখত সজা ঘৰটোৰ কামো শেষ হ'ল। বিভিন্ন বনুৱাই বিভিন্ন ধৰণে কাম শেষ কৰিলে। দিনটো হাঁহি ধেমালিৰে কাম শেষ কৰি গধুলি সিহঁতৰ হাজিৰাখিনি লৈ সন্তোষ মনেৰেই ঘৰলৈ উভতি যায়।

বাহিৰৰ পৰা সিহঁতক সুখী যেনেই লাগে। মাজে মাজে মোৰ সেই মানুহজনীলৈ মনত পৰে। কিয় জানো তাইৰ প্ৰতি মোৰ কিবা এটা মৰম সোমাইছিল। তাইৰ বাহিৰেও সেই ঘৰটো সজাওঁতে আৰু বহুত মহিলা বনুৱাই কাম কৰিছিল। কিন্তু তাই যেন সকলোতকৈ কিবা অলপ বেলেগ আছিল।

নতুন ঘৰটো পুৰণা হ'ল, মানে তাৰ কাষত আৰু কেইবাটাও নতুন ঘৰৰ সৃষ্টি হ'ল। সেই তিৰোতাজনীৰ কথাও মোৰ মনৰ পৰা হেৰাই গ'ল। বহু দিন নহয়, বছৰ পাৰ হ'ল.........।

এদিন দুপৰীয়া সেই বালি চলা মানুহগৰাকী মোৰ ঘৰত কাম বিচাৰি আহিল। তাইক চিনি পোৱাটো একেবাৰে অসাধ্য হৈ পৰিছে। ক্ষীণাই শুকাই অৱস্থা নাই। বেচেৰীজনীৰ। হাতত এটা কেঁচুৱা তাই মোক একপ্ৰকাৰ গৰ্ব কৰিয়েই ক'লে-- সেই ওচৰৰ ঘৰটো সজাওঁতে বালিৰ কাম তাই কৰিছিল। তাইক মই লগে লগে চিনি পালো। মই তাইক গিৰীয়েকৰ কথা সুধিলো।

তাইৰ মুখত হাঁহি বিৰিঙি উঠিল। তাই অলপ লাজ কৰিলে। চুচুক চামাককৈ তাই মোক কৈ গ'ল গিৰীয়েকৰ কথা.....।

তাইৰ মানুহজন তাইৰ দৰে দেখিবলৈ বেয়া হৈ যোৱা নাই, ডেকা হৈ আছে। তাই মোক তাইৰ ভাষাৰে বুজাবলৈ চেষ্টা কৰিলে- সি যে ষ্টাইল কৰি ভাল পায়, নহলেবা সি যে বহুত চাফ চিকুণ। মোৰ পেটে পেটে হাঁহিয়েই উঠিল। তাই ইমান ভালদেখা বা ভালপোৱা গিৰীয়েকটো থাকোঁতেও তাই খাবলৈ নাপাই কাম বিচাৰি ফুৰিছে। তথাপি তাই তাক শলাগিবলৈ এৰা নাই। তাই আৰু ইয়াকো মোক কলে যে গিৰীয়েকৰ স্বাস্থ্য ভাল কাৰণেই হেনো তাইৰ ল'ৰাকেইটাও ধুনীয়া হৈছে। তাইৰ পাঁচটা ল'ৰা-ছোৱালী হাতত থকা কেঁচুৱাটিৰ ছমাহ হৈছে। মই অদ্ভুত মানিলোঁ.....।

মই তাইক গিৰীয়েকৰ কথা সোধাৰ লগে লগে তাইৰ মুখমণ্ডল উজ্জ্বল হৈ উঠিল, তাইৰ দেহত আগৰ দুৰ্বলতা নোহোৱা হ'ল। মই অনুভৱ কৰিলো সকলো তিৰোতা মানুহৰ মনোভাব একেধৰণৰেই অলপ সময়ৰ পিছত মানুহজনী মোৰ ঘৰৰ পৰা গ'ল, কিন্তু যোৱাৰ সময়ত তাই মোক হতবাক কৰি গ'ল। মই তাই কি বুলি ধন্যবাদ দিম, নহলেবা কি বুলি গালি পাৰিম-- মই বিবুদ্ধিত পৰিলো। তাই ইমান সৰল কেনেকৈ হ'ব পাৰিলে বাৰু?

মই তাইৰ পুৰণা ছিগা শাড়ীখন দেখি গিৰীয়েকৰ পৰা এখন পূজাৰ শাড়ী ল'বলৈ ক'লো। তাই হাঁহি এটা মাৰি ক'লে– "সি এতিয়া মোৰ লগত নাই।" মই কথাটো বুজি নাপাই তাইক ভালকৈ সুধিলো, তাই তেতিয়া মোক বুজাই দিলে-- তাইৰ গিৰীয়েকে এতিয়া বেলেগ এজনী গাভৰু ছোৱালী বিয়া কৰালে। কাৰণ তাইৰ ল'ৰা-ছোৱালী হ'ল, বয়স হ'ল, আগৰ দৰে কাম কৰিব নোৱাৰে ইত্যাদি। এতিয়া সি তাইক এৰি দিলে। তাইক অনাৰ আগতেও হেনো তিনিটা ল'ৰা-ছোৱালীৰ সৈতে এজনী বেলেগ তিৰোতাক সি এৰি দিছে। তাইৰ কোনো আক্ষেপ নাই, ধুনীয়াকৈ হাঁহি হাঁহি মোক কথাবিলাক কৈ দিলে। ল'ৰা ছোৱালীকেইটাক কেনেকৈ খুৱাইছে বুলি সোধাত তাই আগৰ দৰেই খুৱাইছো বুলি উত্তৰ দিলে । এতিয়া হেনো এটা খোৱা মানুহ কমি গ'ল– তাইৰ গিৰীয়েক। ❑

卍 卍 卍

# অনুভৱ

উস ৰাম ইমান দেৰি কৰিছানে, অফিচৰ পৰা অহা আগে পিছেও কেতিয়াবা দেৰি হয়— কিন্তু ইমানটো দেৰি নহয়। কি হৈছে বাৰু আজি। ট্ৰেফিকৰ কাৰণে নেকি? তেতিয়াও ইমান দেৰি হ্ব নালাগে। মনলৈ অমংগলীয়া ভাববিলাক আহিব ধৰিছে— ক'ৰবাত এক্সিডেন্ট হোৱা নাইটো। নিজকে নিজে সান্ত্বনা দিয়াৰ দৰে মূৰটো জোকাৰি জোকাৰি কৈ উঠে— "নাই নাই হ'বই নোৱাৰে।" দুঘন্টা পাৰ হৈ গ'ল নিয়মিত সময়তকৈ শৰতৰ ধৈৰ্যৰ সীমা পাৰ হৈ গৈছে— ফোনটোও আজিহে বেয়া হ'ব লাগেনে। ছোৱালী দুজনীলৈকো খং উঠিছে তাৰ সিহঁত দুজনী বজাৰলৈ ওলাই গৈছে। নয়নাৰ ওপৰতো খং উঠিছে। ওচৰৰ ৰিমাহঁতৰ ঘৰটোত ফোনটো কৰি দিব পাৰে, সিহঁতৰ বাইজনীয়ে খবৰ দি যাবহি।

কিন্তু নয়নাৰ ওপৰত শৰতৰ সেয়া খং নহয়— অভিমানহে মাত্ৰ। সঁচাকৈ নয়নাৰ ওপৰত শৰতৰ অগাধ বিশ্বাস, তেওঁৰ মতে নয়নাই কাহানিও ভুল কৰিবই নোৱাৰে। ক'ৰবাত কিবা অসুবিধা হ'ব পাৰে।

শৰতৰ নিজৰ ওপৰতে খং উঠিছে। বিছনাত পৰি পৰি সি কেৱল চিন্তাহে কৰিব পাৰে, একোটে সমাধান কৰিব নোৱাৰে। দিনৰ দিনটো খবৰ কাগজ মেগাজিন পঢ়ি পঢ়ি সময় কটায় আৰু চিন্তাত ডুব গৈ থাকে— ইমান এটা দীঘলজীৱন পৰি আছে, নয়নাই অকলে বাৰু কিমান চম্ভালিব, ছোৱালীকেইজনীও ডাঙৰ হৈ আহিছে। সিহঁতকো কাপোৰ কানি, কিতাপ পত্ৰ আদি বেছিকৈ লগা হৈছে। তদুপৰি প্ৰসাধন সামগ্ৰীও দুই এটা লগা হৈছে। বিয়া বাৰুৰ কথাটো ভাবিবলৈ আছেই, ছোৱালী দুজনী স্কুলৰপৰা আহি আধাঘন্টামান দেউতাৰ লগত কটায় দেউতা কিবা খাবা নেকি?

দেউতা তোমাৰ অকলশৰে বেয়া লাগিছে নেকি? মই তোমালৈ কি আনিছো। চোৱা, নতুন মেগাজিন, তুমি পঢ়ি খুব ভাল পাবা।

— দেউতা মুখ হাত দুই আহো দেই— আমাৰ লগতে তোমাকো কিবা খুৱাই দিম ৰ'বাদেই।

শৰতে নুবুজালৈ নাথাকে— দেউতাকৰ মনটো ভালে ৰাখিবলৈ সিহঁতে বৰ ইচ্ছা কৰে— এইবিলাক নয়নাৰ শিক্ষা, সি বুজিও নুবুজাৰ ভাও ধৰি সিহঁতৰ লগত সম্পূৰ্ণ সহযোগিতা দি থাকে। মনে মনে তেওঁৰ চকুৰ পানী ওলায়।

আকৌ নয়নালৈ মনত পৰি বুকুখন বিষাই গ'ল। নে আজি দুপৰীয়া তাৰ টোপনি আহোঁতে বৰষুণ আহিছিল নেকি বাৰু! বৰষুণ আহিলে নয়নাৰ অফিচৰ আগৰ ৰাস্তাটোত পানী হয়— কিছু সময় অফিচতে বন্ধ হৈ পৰিব লাগে। কিন্তু সি কেনেকৈ দেখিব বাৰু বাহিৰত বৰষুণৰ চিন। আজি বহুত দিনৰপৰা সি বৰষুণ দেখাই নাই- সি ভাবিলে ডাৱৰীয়া আকাশ আৰু মুকলি আকাশ বাৰু কেনে আছিল। সি মনত পেলাব লাগিব। কাৰণ আজি মুকলি বতাহ, সেউজীয়া গছ-গছনি নেদেখা বহুত দিন হ'ল। হঠাৎ ডাক্তৰে কোৱা এষাৰ কথা মনত পৰি তাৰ মনটো ভাল লাগি গ'ল। এই মাহৰ পৰা আপুনি বহিব পৰা হ'ব। সেয়েহে অহা মাহৰ দৰমহা পোৱাৰ লগে লগে নয়নাই এখন 'হুইল চেয়াৰ' কিনিব, লগতে ভাবিলে— মোক ঠেলি ঠেলি ভিতৰত বাহিৰত ঘূৰাই লৈ ফুৰাব, নয়নাও মোৰ কাষে কাষে থাকি বহুত মিঠা মিঠা কথা ক'ব— নয়নাৰ ভাগৰ লাগিলে মাজনী আৰু সোনজনীয়ে ঠেলিব। সিহঁতে অৱশ্যে এজনীয়ে অকলে নোৱাৰিব দুজনীয়ে একেলগে ধৰিব— ভাবি ভাবি তন্ময় হৈ থাকোঁতেই নয়নাৰ মাতত উচপ খাই উঠিল।

শৰৎ আহি পালো...... লৰালৰিকৈ কাপাৰ কানি সলাই পাকঘৰলৈ দৌৰ মাৰিলে মুখৰ ভিতৰতে ভোৰ ভোৰাই উঠিল— আজি খাবলৈ দিয়া বৰ পলম হ'ল এওঁৰ ছাগৈ বৰ ভোক লাগিছে.....।

ৰাতিপুৱা মাৰি থৈ যোৱা আটাখিনিৰে লৰালৰিকৈ কেইখনমান ৰুটি বনাই শৰতৰ ওচৰলৈ লৈ গ'ল, তাকো খুৱালে নিজেও খালে। শৰতে নয়নাৰ মুখলৈ মন কৰিছে— মুখখন শুকাই আছে বহুত দেৰি একো খোৱা নাই নেকি। হয় নয়নাই বহুত দেৰি একো খাবলৈ সময়েই পোৱা নাই— লাইটৰ বিল, টেলিফোনৰ বিল, ঘৰভাৰা বেংকৰ লেঠা এইবিলাক কৰি থাকোঁতে তাই নিজৰ কথা ভাবিবলৈ পাহৰিয়েই গৈছে। কিন্তু এইবিলাকটো শৰতক ক'ব নোৱাৰি, শৰতে মনতে দুখ পাব— অৱশ্যে ঘৰৰ সকলো কামতো নয়নাই কৰিব লাগিব। তথাপি অমুক কৰিছো, তমুক কৰিছো। এইবিলাক এটা এটাকৈ জানিলে যেন শৰতৰ দুখ আৰু

বেছি হ'ব আনহাতে শৰতেও ভাবিছে নয়নাৰ ইমান পলম হোৱাৰ কাৰণ সুধিলে যেন তাই বেয়া পাব। সিহঁত দুয়োজনৰে মাজত বুজা পৰাটো খুব বেছি দুয়ো দুয়োৰে প্ৰতি থকা আন্তৰিকতাই সিহঁতক বৰ সুখী কৰি ৰাখিছে— যিমানেই বিপদ নাহক, কিয় সিহঁতৰ মাজত কেতিয়াও ভুল বুজা বুজি নহয়। সেয়েহে ইমান দুখৰ মাজতো সিহঁত সদায় সুখী। নহলে নয়নাৰ সেই সাধাৰণ চাকৰিটোৰ অলপমান দৰমহাৰে কোনোমতে পৰিয়ালটো টুক টাককৈ চলি আছে— কিন্তু সিহঁতৰ যেন কোনো আক্ষেপ নাই। নয়নাৰ মুখতো অনবৰতেই হাঁহিয়ে লাগিয়েই থাকে। তাই যেন শৰৎ আৰু ছোৱালীকেইজনীৰ মুখলৈ চাই ইমান কষ্টৰ মাজতো সদায় হাঁহি হাঁহিয়েই জীয়াই থাকিব।

মাজনী, সোণজনী আহি পালে—

—মা' আমি কিবা কিবি আনিছো চোৱাহিচোন—

— আগতে দেউতাক দেখুওৱা, মই পিছত চাম।

শুই থকা দেউতাকৰ মূৰৰ ওপৰত জোকাৰি সিহঁতে বজাৰৰ পৰা অনা বস্তুবিলাক দেউতাকক দেখুৱালে এয়া চিলাই কৰিবলৈ কাপোৰ আনিছো। এয়া সূতা, মাকলৈ অনা ৰুমাল আৰু দেউতাকলৈ অনা মোজাযোৰ দেখুৱালে-

— দেউতা তুমি ক'লা ৰঙৰ মোজাযোৰ ভাল পাবনে। পাকঘৰত বাচন ধুই থকা নয়নাৰ কাণত পৰিল। দেউতাকলৈ অনা মোজাযোৰৰ কথা........ তাই দৌৰ মাৰি আহি সিহঁতৰ হাতৰ পৰা মোজাযোৰ কাঢ়ি লৈ গ'ল। আৰু দুয়োজনীকে দুটা ঠাপৰ মাৰি আঁতৰাই পঠালে—

তোমালোকৰ আৰু কাম নাই, বজাৰ কৰিব গৈছে আমালৈ বস্তু অনিব গৈছে, তোমালোকে থৈ দিয়া সেইবিলাক মই নাচাওঁ।

মাজনী সোণজনী আচৰিত হ'ল— কেতিয়াও ধমক এটাও নিদিয়া মাকে আজি সিহঁতক মাৰিলে, দেউতাৰটো কথাই নাই। শৰতে সিহঁতক কেতিয়াও জোৰকৈয়ে মাতি পোৱা নাই— কিন্তু আজি দেউতাইটো একো কোৱা নাই। কেৱল মুখখন গামোচাৰে ঢাকি মনে মনে আছে।

লাহে লাহে সন্ধিয়া নামি আহিছে। নয়নাই ডিম পাৱাৰৰ লাইটটো জ্বলাই দি শৰতৰ ওচৰলৈ আহিল। প্ৰথমতে শৰতৰ হাত দুখত মোহাৰি মোহাৰি নিজৰ

বুকুৰ মাজত সুমুৱাই ল'লে। বহুত চেষ্টা কৰিও চেপি চেপি ওলোৱা উচুপনিটোক তাই বাধা দিব নোৱাৰিলে। ক্ৰমান্বয়ে শৰতৰ বুকুৰ ফালে হালি আৰু তাৰ বুকুত মূৰটো থৈ হুক হুকাই কান্দিব ধৰিলে— শৰতৰো চকুৰ পানী ওলাল। সি বহুত ধৈৰ্য ধৰি নয়নাক সান্ত্বনা দিলে— নাকান্দিবা নয়না।

জীৱনৰ এনে এটি সন্ধিয়াতে মই তোমাক লগ পাইছিলো, এনে সন্ধ্যা বিলাকত আমি দুয়ো দুয়োকে হিয়া উবুৰিয়াই মৰম, ভালপোৱা যাচিছিলো, শেষ কৰিবলৈ মন নোযোৱা দুয়ো দুয়াৰে কথাত আপ্লুত হৈ পৰিছিলো। পাহৰি পেলাইছিলো পৃথিৱীৰ মানুহবিলাকক, এই পৃথিৱীখনক!

এনে এটি সন্ধ্যাতেই শৰতে দৰা সাজি বৰযাত্ৰী হৈ নয়নাক নিবলৈ আহিছিল। জীৱন লগৰি কৰি। বিয়া দূৰণিবতীয়া কাৰণে এনে সন্ধ্যাতেই নয়নাই শৰতৰ ঘৰত পদাৰ্পন কৰিছিল শৰতৰ জীৱনৰ লগত এক হৈ পৰিছিল।

শৰতৰ যুগ্ম পৰিয়ালৰ বহুত মানুহৰ ব্যস্ততাৰ মাজত নয়নাই সাংবাদিক শৰতক দিনটো পাহৰি থাকে— হয়তো শৰতেও কামৰ দোমোজাত নয়নাক পাহৰি পেলাই দিনটোৰ কাৰণে, কিন্তু তেতিয়াও দুয়ো সন্ধ্যাৰ আগমনলৈকে বাট চাই থাকে— সিহঁত দুয়োৰে দুয়োৰে যেন লগ পোৱাৰ সময় হৈ আহিছে।

সিহঁত দুয়োৰে যুগ্ম জীৱনৰ স্বাক্ষৰ ছোৱালী দুয়োজনীও এনে সন্ধ্যা সময়তেই জন্ম হৈছিল— সেইবাবে শৰতে সিহঁতৰ নাম ৰাখিছিল— 'সন্ধ্যা' আৰু 'সুবাস' শৰতে নয়নাক কৈছিল— 'বহুত ফুলৰ সুবাসটো সন্ধ্যাহে ওলায়।

নয়না শিয়ৰি উঠিছিল— সেই আপদিয়া সন্ধ্যাটোৰ ভাবি— ইমান অপূৰ্ব সন্ধ্যাটোয়ে যে ইমান কালৰূপ ধাৰণ কৰিব পাৰে ইমান মধুৰ মুহূৰ্ত ধৰি ৰখা সন্ধ্যাটোও যে ইমান বেদনাদায়ক হ'ব পাৰে।

প্ৰতি মাহতে বৃদ্ধ মাকৰ খবৰ লবলৈ শৰৎ নাহৰণিৰ ঘৰলৈ যয়— সেইদিনাও মাকৰ খবৰ লৈ শৰৎ ঘূৰি আহিছে— নয়না আৰু ছোৱালীকেইজনীৰ ওচৰলৈ। হাতত লৈ আহিছে আইতাকে নাতিনীহঁতলৈ দি পঠোৱা লাৰু-পিঠাৰ টোপোলা। মনটো ভৰি আহিছে, মাকক দেখা পাই আহিছে। সি গৈ পোৱাৰ লগে লগে বুঢ়ীমাক কিমান যে সুখী হৈ পৰে। ঘৰৰ সৰু ল'ৰা, মাজে মাজে নয়না আৰু মাজনী সোণজনীও যায়। দেউতাকৰ লগত। সেইদিনা শৰত অকলেই গৈছিল ঘৰলৈ।

সন্ধ্যা লাগিছে। গোঁসাই থাপনাত চাকি ধূপ জ্বলাই নয়না আৰু ছোৱালী দুজনীয়ে দেউতাকলৈ বাট চাই আছে।

মা- দেউতা আহি পালে চাহ খাম দেই— মাজনীয়ে ক'লে। সোণজনীয়ে লগে লগে কৈ উঠিল মা-দেউতা আহি পালে পঢ়িবলৈ যাম দেই? এনেতে হুৱাদুৱা লগা যেন নয়নাৰ কাণত পৰিল। নাহৰণিৰ পৰা অহা বাছখনত বোমা ফুটিল, বহুত মানুহ আহত হৈছে। নয়না হতভম্ব হ'ল, কি কৰিব ক'ত খবৰ ল'ব। ছোৱালী দুয়োজনীয়ে মাকক সাবটি ধৰি কান্দিবলৈ ধৰিলে— 'মা, দেউতা ক'ত আছে? দেউতাৰ কি হ'ল। পিছত শৰৎ ডিব্ৰুগড় মেডিকেলত ভৰ্তি হোৱা বুলি খবৰ পাই নয়না তালৈ গ'ল। তাতে দুমাহমান চিকিৎসা কৰাব। পিছত শৰতক ভেলোৰলৈ নিয়াৰ ব্যৱস্থা কৰিলে বংশ, পৰিয়াল ককাই ভাই সকলোৰে সহায়ত শৰতক ভেলোৰলৈ নিয়া হ'ল।

মাজনী আৰু সোণজনীক নয়নাৰ সমন্ধীয় মাহীয়েকৰ ঘৰত থৈ যোৱাৰ ব্যৱস্থ্য কৰিলে— কাৰণ সিহঁতৰ স্কুল ক্ষতি হ'ব বুলি ভাবি। কেতিয়াও মাক বাপেকক এৰি নথকা সৰু ছোৱালী দুজনীয়েও কোনো আপত্তি নকৰাকৈ মাহীয়েকৰ লগতে থাকিল।

প্ৰায় ছমাহ চিকিৎসা কৰাত শৰৎ সুস্থ হ'ল। কিন্তু বহুত চেষ্টা কৰিও শৰতৰ ভৰি দুখন বচাব নোৱাৰিলে, শৰৎ ঘৰলৈ ঘূৰি আহিল। নয়নাই কাম আৰম্ভ কৰিলে। তাই এখন ৰুটিন বনাই ল'লে, কেনেকৈ পুৱাৰ পৰা সকলো কাম কৰি শৰতৰ সকলো ব্যৱস্থা কৰি অফিচলৈ ওলাই যাব ইত্যাদি ইত্যাদি।

কিন্তু, আজি হঠাৎ তাই ইমান বিচলিত হৈ পৰিল কিয়? সৰু ছোৱালী দুজনীয়ে মাটিৰ চুঙাত সঁচা পইচাকেইটাৰে মাক দেউতাকলৈ সৰু বস্তুৰ ভিতৰত দেউতাকৰ মোজা আৰু মাকক ৰুমালেইতো কিনিব পাৰিব। কিন্তু সেই ক'লা মোজাযোৰ পিন্ধিবলৈ শৰতৰ যে ভৰিয়েই নাই— আজি বহুত দিনৰ মূৰত নয়নাক যেন সোঁৱৰাই দিলে— "শৰৎ তাইৰ শৰৎ যেন ভৰিহীন পংগু মানুহ।" সেই কণমানি সৰু ছোৱালী দুজনীয়েও পাহৰি পেলাইছে— সিহঁতৰ লগত থকা সেই সুন্দৰ হাঁহিৰ সুঠাম চেহেৰাৰ দেউতাটো যে সঁচাকৈ পংগু। ❑

# ঠিকনা

চাপৰি চাপৰি ঘৰটো সাৰোঁতে আলমাৰীৰ হেণ্ডেল ডালত লাগি ধৰি— বিমলা জনীৰ মণিডাল ছিগি, মণিবিলাক ঠান বান হ'ল—কেইটামান সোমাল চোফাৰ তলত, কেইটামান সোমাল আলমাৰীৰ তলত, কেইটামান সোমাল ফুলদানী থোৱা টেবুলখনৰ তলত, কেইটামান আকৌ সিটো কোঠালী পালেগৈ। বেচেৰিজনী মণিৰ পাছে পাছে দৌৰি ফুৰোঁতে ডিঙিও ওলমি থকা কেইটাও অ'ত ত'ত চিটিকি গ'ল—

'আই ঐ দেহি কেইপইচাত বা কিনিছিল মণিডাল!'

ৰাতিপুৱাই ওলাই আহে ঘৰৰপৰা, গিৰিয়েক আৰু ল'ৰা-ছোৱালী দুটিক অলপ ভাত ৰান্ধি দিয়ে—নিজেও অলপ খাই কামলৈ ওলায়। বৰ ধুনীয়াজনী হৈ আহে। তাইক দেখিলেই বৰ সুখী যেন লাগে—দলহ দপহ নোদোকা স্বাস্থ্যৰ মানুহগৰাকী, ৰংটো মিঠা বৰণৰ, ডাঙৰকৈ ৰঙা টিপ ফোঁট এটা লয়—তাৰ তলতে সৰু এটা ক'লা ফোঁট, নাকফুল, কাণফুল, হাতত ৰঙা-নীলা আইনাৰ খাৰু, ডিঙিত সেই ৰঙা মণিডাল আৰু মুখত সেই ধুনীয়া হাঁহিটো লাগিয়েই থাকে। বেমাৰ-আজাৰ নাই—কাৰো ঘৰত একো নাখায়, কেতিয়াবা জোৰ কৰিলে খালি চাহ একাপ। এঘণ্টা, ডেৰঘণ্টা, দুঘণ্টা আদি কৰি কেইবা ঘৰতো কাম কৰে। কথাৰ মহলা মাৰি ফুৰা বিধৰ নহয়, আহিব হাঁহি মাতি কাম কৰিব, গুচি যাব——।

মই তাইক বৰ মৰম কৰোঁ। দিনটো অকলে অকলে থাকোঁ—তাই আহিলে ভাল লাগে। তায়ো মোক ভাল পায়।

আজি তাই মনটো মাৰি আছে— মই ক'লো 'কাইলৈ এডাল নতুন মণি কিনি লবি দে, 'মই পইচা দিম'——

তাই ক'লে—"নহয় আইতা,—মনটো ভাল লাগে না, মোৰ মতাটো কামত ওলাই যাব নহয়, আমি আজি জলদি যাব"—।

তাই গ'লগৈ.....

তাই যোৱাৰ পিছতেই ভাত কেইটামান খাই ললোঁ—দুপৰীয়াৰ সাজ। মই খোৱাৰ পিছতেই বিনন্দ, নোমল দুয়োটা নিজৰ কামে কামে গ'ল। সিঁহত দুটা

মোৰ ৰখীয়া। ঘৰৰ সকলো দায়িত্ব সিহঁতৰ ওপৰত। আনকি মোৰ দায়িত্বও সোণ, ৰূপইঁতে সিহঁত দুটাৰ ওপৰতে দি গৈছে। সেই হিচাপে পইচা পাতিও ঠিকমতে দিয়ে। মই ভাত খাই উঠি সদায় বহ্লুৰ দৰে আগফালৰ বাৰাণ্ডাৰ আৰামী চকীখনতে বহো বুলি গ'লো। ৰাজহাউলি যেন ডাঙৰ ঘৰটোৰ প্ৰকাণ্ড বাৰাণ্ডাখনত বহি থাকোঁতে হঠাতে মোৰ বাটচৰাত লিখি থোৱা ঠিকনাটোলৈ চকু গ'ল—

শ্ৰীমনমোহন চহৰীয়া

শ্ৰীসমীৰণ চহৰীয়া

ৰাজবাৰী গাঁও

১৯২০চন

আখৰকেইটা বৰ উজ্জ্বল হৈ জিলিকি আছে। সোণ, ৰূপ ঘৰলৈ আহিলেই সেই পকাত খোদিত কৰা নাম ঠিকনাৰ ফলিখনৰ ৰং যদি কমা যেন দেখে ঘহি-মাজি ঠিক কৰি উজ্জ্বল কৰি থৈ যায়। সিহঁতৰ ঘৰখনলৈ প্ৰীতি অটুত আছে। সেই ফলিখন চাই চাই মোৰ বিয়াৰ সময়ৰপৰা সকলো কথা তন্ন তন্নকৈ মনত পৰি গ'ল। এদিনৰ এনে এখন ভৰপূৰ সংসাৰক সময়ে কিমান যে অকলশৰীয়া কৰি পেলালে। অতীতৰ ৰোমন্থনে মোক হঠাতে দুৰ্বহ কৰি পেলালে। মই বিছনালৈ আহিলো—গাৰুটো কেইবাৰমান থপৰীয়াই লৈ চকুকেইটা মুদি বিছনাত পৰিলো যদিও—অতীতে মোক বৰকৈ আমনি কৰিলে অলপ অন্যমনস্ক হৈ পাহৰিবলৈ চেষ্টা কৰি বাগৰি সলোৱাৰ লগে লগে বিমলাজনীলৈ মনত পৰি গ'ল—মণিডাল ছিগি যোৱাৰ পিছতেই তাইৰ মনটোলৈ কিবা এটা আশংকা আহি গ'ল—ইমান হাঁহি মাতি ঘৰে ঘৰে কাম কৰি ফুৰা মানুহজনীৰ যে আমাৰ সৈতে একেই মনোভাব—মই নিজকে তাইৰ লগত ৰিজাই চালোঁ। তাইৰ আৰু মোৰ জীৱন ধাৰণৰ মানদণ্ডৰ মাজত আকাশ পাতাল পাৰ্থক্য। প্ৰথমে মোৰ বংশ গৌৰৱ, দ্বিতীয়তে মোৰ মান-মৰ্য্যদা, তৃতীয়তে আহিল মোৰ ধন-দৌলত আৰু চতুৰ্থতে মোৰ শিক্ষা-দীক্ষা এইবিলাকৰপৰাটো তাইৰ জীৱন ধাৰণৰ মানদণ্ড সম্পূৰ্ণ বিপৰীত! কিন্তু, আমাৰ ভাৱধাৰাৰ সামঞ্জস্যলৈ লক্ষ্য কৰিলে এটা কথা স্পষ্টকৈ মনলৈ আহি পৰে—আমি দুয়ো মানুহ, আমি দুয়ো স্ত্ৰী, আমি দুয়ো মাতৃ।

বিমলাৰ মণিডাল ছিগি পৰাৰ দৃশ্যটো মোৰ চকুৰ আগত ভাঁহি উঠিল, তাইৰ মণিবিলাক অ'ত ত'ত সিঁচৰিত হৈ পৰি নাইকিয়া হ'ল। ডিঙিত লাগি

থাকিল মাথোন উকা সুতাডাল। এটা এটাকৈ মণি গোটাই তাই আটাইবিলাক মণি গোটাবই নোৱাৰিলে। অকলে অকলে ভাবি ভাবি মই সেই চিটিকি হেৰাই যোৱা মণিবিলাকৰ লগত মোৰ পৰিয়ালটোৰ ৰিজনি দেখিলো.......

আজিৰপৰা তিনিকুৰি বছৰৰ আগতেই মোৰ বিয়া হৈছিল--অতি সম্ভ্ৰান্ত পৰিয়ালত। সেই সময়ত চহৰীয়া পৰিয়াল বুলিলে বুলিবৰ নাই-- মনমোহন চহৰীয়া।

আমাৰ ঘৰখনো লেখত লবলগীয়া ঘৰ। সদানন্দ মৌজাদাৰ। মৌজাদাৰটো দেউতাৰ উপাধি নহয়—দেউতাৰ উপাধি আছিল শইকীয়া কিন্তু; সদানন্দ শইকীয়া বুলিলে দেউতাক কোনেও চিনি নাপায়--গতিকে সদানন্দ মৌজাদাৰ।

দেউতা আৰু মনমোহন চহৰীয়া নলে গলে লগা বন্ধু। আগৰ দিনৰ বন্ধু বুলিলে বুলিবৰ নাই—আচৰিত ধৰণৰ মিলাপ্ৰীতি। এজনে আনজনৰ কাৰণে জীৱন দিব পাৰে। সেই বন্ধুত্ব ৰক্ষা কৰিবলৈকে চহৰীয়া ডাঙৰীয়াই বৰ পুতেকলৈ মোক খুজিলে। মই তেতিয়া প্ৰবেশিকা পাছ কৰিছো মাত্ৰ। তেখেত দেউতাৰ ওচৰলৈ আহিয়েই থাকে। দেউতাক তই বুলি নাম কাঢ়ি মাতে। আমিও তেখেতক দেউতাৰ বন্ধু কাৰণে দেউতাৰ দৰেই জ্ঞান কৰিছিলো। সেই দিনাও 'সদা' 'সদা' বুলি মাতি তেখেত ভিতৰলৈ সোমাই আহিছিল---'মায়ে ওৰণিখন টানি আঁতৰৰপৰাই বহক বুলি কৈছিল। মায়ে মোক মাতি তেখেতৰ ওচৰলৈ যাবলৈ কৈছিল—মই গৈ তেখেতক ক'লোঁ—'বহক দেউতা পাছফালে আছে--আহিব এতিয়া। তেখেতে মোৰ মূৰত হাত ফুৰাই কৈছিল—'মাজনী দেখোন ডাঙৰ হ'লা, বিয়া দিব পৰাই হ'ল'—— মই লাজ কৰিব জনা নাছিলোঁ, হাঁহি এটা মাৰি আঁতৰি আহিছিলোঁ। ইতিমধ্যে দেউতা আহি পালেহি। 'মায়ে' ওৰণিখন দীঘলকৈ লৈ দুয়োকে চাহ দিলেহি। সেই দিনা দেউতা আৰু তেখেতে বহুত দেৰিলৈকে কথা পাতিলে ঘৰলৈ ওভতাও বহুত পলম হ'ল।

ৰাতি ভাতৰ পাতত ঘৰৰ আটাইকেইটা পৰিয়াল একেলগে খাবলৈ বহোঁ--কেৱল মাক বাদ দি-- 'মায়ে' সকলোকে খুৱাই লৈ পিছতহে খায়। আগতে আমি মজিয়াত বহি একেলগে ভাত খাইছিলোঁ—ভাত হোৱাৰ লগে লগে মায়ে ভাতৰ মজিয়াখন ঠিক কৰি দিবলৈ দিয়ে—আঘোণী বায়ে ল'ৰা-লৰিকৈ ঘৰ মচা লেচাকাণিৰে মজিয়াখন মচি দিয়ে আৰু মই ঘটিয়ে ঘটিয়ে পানী দিওঁ। ফিল্টাৰৰ পানী, ফিল্টাৰৰ পানী মানে মাটিৰ কলহৰ তলি ফুটাই এডাল বাঁহৰ ষ্টেণ্ডত সেই

কলহ কেইটাত ক্ৰমান্বয়ে পানী, শিল, এঙাৰ, বালিৰে এটা ফিল্টাৰ তৈয়াৰ কৰা হয়। প্ৰথম পানীখিনি সেই তিনিবিধ পদাৰ্থৰে পাৰ হৈ আহি পিছত নিৰ্মল পানী হৈ পাত্ৰত পৰেহি। সেয়া আমাৰ খোৱা পানী। তেতিয়া অৱশ্যে এতিয়াৰ দৰে পানী খাই মানুহৰ বেমাৰ হোৱা বুলি জনা নাছিলো। ভাত খাই থাকোঁতে দেউতাই ক'লে—'মই এটা কথা কওঁ তহঁত দুইটায়ো শুন'--ককাইদেউহঁতক উদ্দেশ্য কৰি ক'লে—'মা'ও ওচৰ চাপি আহিল। "আজি মনমোহনে এটা কথা কৈছে—সমীৰণ এইবাৰ কলিকতাৰপৰা বি. এ কৰি আহিল নহয়, তাৰ বোলে বিয়া পাতে, আমাৰ আইজনীক খুজিছে'—দেউতাৰ কথা শেষ হবলৈ নাপাওঁতেই সৰু ককাইদেউ জাণ্ডুৰ খাই উঠিল—'দেউতাৰো যে কথা, তাইক এতিয়াই বিয়া দিব পাৰি নেকি?' মা আৰু ডাঙৰ ককাইদেউয়ে একো নামাতিলে।

ৰাতি মা -দেউতা আৰু ডাঙৰ ককাইদেউয়ে বহুত দেৰিলৈকে কথা পাতি আছিল। পিছদিনা ৰাতিপুৱা তেওঁলোকে মোক বিয়া দিয়াটোকে ঠিক কৰিলে। সৰু ককাইদেউৰ আপত্তিয়ে কাম নিদিলে। মোৰ অৱশ্যে তেতিয়া একো নাছিল। হাঁহেও খুচি, মাহেও খুচি—আচলতে মই সংসাৰখনক ভালকৈ বুজি পোৱা হোৱাই নাছিলো।

যিয়েই নহওঁক—পোন্ধৰ, বিশ দিন পিছৰপৰাই মোৰ বিয়াৰ ধুম-ধাম আৰম্ভ হ'ল। দুয়োটা আঢ্যৱন্ত পৰিয়ালৰে প্ৰথম বিয়া, অতি ডাঙৰ বিয়া হৈছিল। অসমৰ প্ৰায় প্ৰতিখন ঠাইৰে মানুহ হেনো আমাৰ বিয়ালৈ আহিছিল। পাঁচ, ছয়দিন আগৰপৰাই বৰঢোল আৰু 'কালি'ৰ শব্দত গোটেই গাঁও ৰজনজনাই আছিল। তাৰ উপৰি বিয়াৰ দিনা কেইবাটাও গ্ৰামোফোন একেলগে বাজিছিল।

বিয়াখন সুকলমে পাৰ হ'ল--তাৰ পিছত মই চহৰীয়া ঘৰৰ বোৱাৰী হ'লোঁ। শহুৰ-শাহু আৰু স্বামীৰ মৰম, আদৰ, চেনেহত মই নিজৰ ঘৰখনক পাহৰিয়েই গৈছিলো। অৱশ্যে তেওঁলোকে মোক যি ধৰণে মৰম কৰিছিল, সেইদৰে সকলো শিকাই বুজায়ো লৈছিল। মোৰ বয়স কম আছিল যদিও মই তেওঁলোকৰ কথা আখৰে আখৰে পালন কৰিছিলো।

মোৰ বিয়াৰ দুমাহ পাৰ হোৱাৰ পিছতেই 'নমি' মোৰ দেহত স্থিতি ললে। শাহু আইৰ যত্নত নমাহ কেনেকৈ পাৰ হ'ল গমেই নাপালো। সময়ত মোৰ প্ৰথম সন্তান নমিতাৰ জন্ম হল। ইমান ডাঙৰ পৰিয়ালৰ প্ৰথম সন্তান। বংশ-পৰিয়াল সকলোৰে ঘৰ ভৰি পৰিল। মোৰ ননদ দুজনীও আহিল, সিহঁতেই তাইৰ নাম

থলে 'নমিতা'। নমি শাহু আইৰ হাততেই ডাঙৰ হ'ল—নমিৰ দুই বছৰ নহওঁতেই মোৰ দেহালৈ 'সোণ' আহিল। 'সোণ' জন্ম হওঁতে সকলোৰে মনত কি যে আনন্দ শহুৰ দেউতাই শাহুক হেনো কৈছিল–'ইয়াৰ পিছত যি হয় হব দিয়া—ল'ৰা এটা হ'ল যদি চিন্তা নাই'–'সোণ'ৰ দুবছৰ আঠমাহত 'ৰূপ' তাৰ পিছত 'অনি' (অনিতা) তাৰ পিছত 'মণি' আৰু তাৰপিছত একেবাৰে নাৰীমুচা 'মালি' (মালিতা) মণিজনী অলপ দিনৰ কাৰণেহে আহিল—তাই পাঁচবছৰ বয়সতেই ঢুকাল। তাইৰ মুখৰ হাঁহি আৰু চেহেৰাটো সকলোতকৈ বেলেগ আছিল। মই বুঢ়া হলোহি—তাইৰ মুখখন মোৰ আজিও মনত পৰে। তাইৰ মৃত্যুয়ে মোক সজাগ কৰি থৈ গ'ল—সেইকাৰণে বাকীকেইটা ল'ৰা-ছোৱালীৰ অকণমান জ্বৰ, পানী লগা হলেই সিহঁতৰ যত্ন লোৱাত মই তৎপৰ হৈ পৰো। তাইৰ জ্বৰ হোৱাৰ সময়ত মই একোৱেই জনা নাছিলো–মই অলপ পূৰঠ হলো—। তাই মোৰ জীৱনৰপৰা প্ৰথম বিচ্ছিন্ন হৈ গ'ল।

বাকীকেইটা লাহে লাহে ডাঙৰ হ'ল। মোৰো বয়স বাঢ়ি আহিল। 'নমি'য়ে বি. এ কৰিলে, সোণে ইঞ্জিনিয়াৰিং পঢ়িছে, ৰূপে মেডিকেল, অনি আৰু মালি স্কুলতে আছে। মালিতাজনী ক্লাছ IX পালেহি—কিন্তু একেবাৰে সৰু ছোৱালীৰ দৰেই হৈ আছে। কাৰো কথা নুশুনে– ঘৰৰ সৰু বাবে সকলোৱে মৰম কৰি কৰি মূৰত তুলিলে। পঢ়া শুনাত তাই কিন্তু বৰ ভাল। মই দেউতাকক তাইৰ স্বভাৱটো যে বেয়া হৈছে কৈহে আছিলো। দেউতাকে তাইক মাতি আনি কৈছিল, 'তোমাৰ বাকীবিলাক কথা মই সহ্য কৰিম, কিন্তু পঢ়াত বেয়া হ'লে— মই কোনোমতেই ৰেহাই নিদিওঁ'——তায়ো দেউতাকক সমানে সমানে উত্তৰ দিছিল-–ঠিক আছে, চাই লব দেউতা"!

সময়ত বছৰেকীয়া পৰীক্ষা শেষ হ'ল—তাই একেবাৰে নিৰ্ভীক—তাই প্ৰথম হবই– পৰীক্ষা বোলে বৰ ভাল হৈছে, কোনো শিক্ষকে এক নম্বৰও কাটিব নোৱাৰে। ঠিক সময়মতেই বছৰেকীয়া পৰীক্ষাৰ ফল ওলাল, সকলোকে অবাক কৰি মালি এইবাৰ ২য় হ'ল। ঘৰত কোনেও তাইক গালি এষাৰো পাৰিব নোৱাৰিলে। তাইৰ অৱস্থাটো দেখি সকলোৱে বেয়াহে লাগিল। দেউতাকে তাইক বৰ মৰম কৰি বুজালে—"তোমাৰ অকণমান বেয়া হ'ল, এক প্ৰকাৰ ভালহে হৈছে মা, তুমি তেতিয়াহে আৰু ভালকৈ পঢ়িবা।"

ৰাতি মোক দেউতাকে কৈছিল——তেখেতে হেনো স্কুলৰ প্ৰধান শিক্ষক

আৰু দুজনমান শিক্ষকক অনুৰোধ কৰি আহিছিল--তাইক এইবাৰ যেন ২য় কৰি দিয়ে—নহলে তাই হেনো প্ৰথম কৰি দিয়া ছোৱালীৰজনীতকৈ পশিচ নম্বৰ বেছি পাইছিল। দেউতাকৰ দৰবে কাম দিলে। মালিয়ে লাজ্জত কথা বতৰা কমকৈ কোৱা হ'ল, পঢ়া শুনা বেছিকৈ কৰা হ'ল আৰু আগতকৈ অলপ ধীৰ-স্থিৰ হব ধৰিলে--সেয়েহে তাই প্ৰবেশিকা পৰীক্ষাত অসমৰ ভিতৰই প্ৰথম স্থান লাভ কৰিলে। তাই এতিয়া 'মালেয়ছিয়াত' আছে, তাইৰ এটা ল'ৰা, সুখেৰে আছে। সোণ, ৰূপ, আৰু মণি দূৰৈত আছে যদিও ভাৰতৰ ভিতৰতে, তাইহে ভাৰতৰ বাহিৰত। মই আৰু দেউতাক তাইৰ বিয়াৰ কিছুদিন পিছতেই তাইৰ লগত আছিলোঁগৈ, বহুত ফুৰালে। আমি দুদিনমান হোটেলত থকাৰ ইচ্ছা প্ৰকাশ কৰাৰ বাবে সিহঁতে আমাক'জেনটিং হাইলেণ্ড'ৰ (Jenting High Land) এখন হোটেল ঠিক কৰি দিলে। নামটো মোৰ এতিয়াও মনত আছে—'ঠিম্ পাৰ্ক '(Thimk Park) আমি তাত-পাঁচ দিন আছিলো।

আমি মালয়েছিয়াৰপৰা আহি পোৱাৰ পিছতেই মোৰ শহুৰ দেউতা হঠাৎ ঢুকাল। তেখেতৰ বেমাৰ আজাৰ একোৱেই নাছিল—মোক ওচৰলৈ মাতি ক'লে- —"বোৱাৰী, মোৰ গাটো ভাল লগা নাই"—মই লৰালৰিকৈ গৰম পানীৰে ভৰি কেইখন ধুৱাই একাপ গৰম চাহ শাহু আইৰ লগতে খাবলৈ দিলো—দেউতাই চাহ কাপ খাই বৰ ডাঙৰকৈ এটি হুমুনিয়াহ কাঢ়িলে— তাৰ পিছতেই শহুৰ দেউতাৰ মৃত্যু হ'ল। দ্বিতীয়বাৰ আমি দেউতাক হেৰুৱালো। আমি আটায়ে বৰ কষ্ট পালো যদিও, শাহু আইক লৈহে আমি বৰ চিন্তাত পৰিছিলো। তেখেতে খোৱা -মেলা সকলো বাদ দিলে, মুখৰ হাঁহি'মাত নোহোৱা হ'ল--মুঠতে তেখেত একেবাৰে নীৰস, নিস্তেজ হৈ পৰিল, আৰু শহুৰ ঢুকোৱাৰ ছয়মাহ পিছতেই তেখেতৰ মৃত্যু হ'ল। মই নিজকে বৰ অকলশৰীয়া অনুভৱ কৰিলো। তেখেত মোৰ শাহু নাছিল তেখেত একেবাৰে 'মা'ৰ দৰে আছিল। বিয়াৰ দিন ধৰি আমি দুয়োৰে সমন্ধ ইমান নিবীড় আছিল যে মই বৰ অকলশৰীয়া হৈ পৰিলো।

কিন্তু শাহু ঢুকুৱাৰ বেদনা শেষ হবলৈ নৌপাওঁতেই আমাৰ জীৱনলৈ এনে এক বেদনা আহিল যি খবৰে আমাক পাগল কৰি পেলালে, আমি দুয়ো জীয়াই থকাৰ সাহস হেৰুৱাই পেলালো। মোৰ ডাঙৰ জোৱাই 'প্ৰশান্ত' মানে নমিৰ গিৰিয়েক মটৰ চাইকেল দুৰ্ঘটনাত ঢুকাল। মোৰ বাকী আটাইকেইটা ল'ৰা-ছোৱালীয়ে তাইক আগুৰি ধৰিছে যদিও, সেয়া একেবাৰে ক্ষন্তেকীয়া। ল'ৰা-

ছোৱালী দুটিও সৰু হৈ আছে; নিজৰ ভৰিত থিয় হ'ব পৰা নাই। আমি দুয়ো নিজৰ বেদনা চেপি ৰাখিও তাইক সাহস আৰু শান্ত্বনা দিলো "আমি আছো নহয়, তুমি ধৈৰ্য্য নধৰিলে ল'ৰা-ছোৱালীহালক কোনে চাব"——

এইধৰণে দুখ-বেজাৰ, আপদ-বিপদৰ মাজেৰে আমি জীয়াই থাকিলোঁ। লাহে লাহে নিজৰ কৰ্মবিলাক সমাধা কৰিলো। ল'ৰা-ছোৱালীহঁত দূৰে দূৰে থাকে যদিও, বিহু-পূজা আদিবিলাকত নাতি-নাতিনীয়ে, পো-বোৱাৰীয়ে ঘৰ ভৰি পৰে। তেতিয়া বৰ আনন্দ উপভোগ কৰো, দেহালৈ বল শক্তি আহে। সিহঁতক বিধে বিধে খুৱাওঁ। এই ধৰণে বছৰত এমাহ, পোন্ধৰ, বিশ দিন বৰ আনন্দত কটাওঁ। সিহঁত ঘূৰি যোৱাৰ পিছত মনটোক আৰু দেহাটোক বেমাৰে আৰু এলাহে আগুৰি ধৰে। ইমান ডাঙৰ ঘৰটোত আমি দুয়োজন বৰ অকলশৰীয়া হৈ পৰো। সেয়েহে শাহু-শহুৰ ঢুকোৱাৰ পিছতেই আমি বিমলাকো ঘৰ চপাই আনিলো—বিমলানন্দ মোৰ নিজৰ দেৱৰ হয়। আমাৰ বিয়াৰ আগতেই সি নীলিমাক পলোৱাই অনাৰ বাবে শহুৰ দেউতাই তাক ঘৰৰ পৰা উলিয়াই দিছিল। বেচেৰাটোৰ ল'ৰা-ছোৱালীও নহ'ল, সেয়েহে হ'বলা নীলিমাজনী বৰ খিংখিঙীয়া স্বভাৱৰ। কাৰো লগত মিলিব নোৱাৰে। সিহঁত দুটা অহাৰ পিছত ঘৰখন অলপ ভাল লগা হৈ পৰিছিল। দুবছৰমান আমি লগে ভাগে থকাৰ পিছত বিমলা বেমাৰত পৰিল—তাৰ ডিঙিত কেন্সাৰ হৈছিল। ককায়েকে বহুত যত্ন কৰিলে, চিকিৎসাৰ অলপো ত্ৰুটি কৰা নাছিল, বাহিৰলৈকো নিলে, কিন্তু তাক বচাব নোৱাৰিলে। তাৰ মৃত্যুত মোৰ স্বামী একেবাৰে ভাগি পৰিছিল। মই বৰ আচৰিত হৈছিলো—কাৰণ এখেত বহুত ধৈৰ্য্যশীল মানুহ আছিল। কিন্তু ভায়েকৰ মৃত্যুৰ বেদনাই তেখেতক একেবাৰে মৰ্মাহত কৰি পেলাইছিল। বিমলাও আমাৰপৰা আঁতৰি গ'ল—এনেধৰণে এটা দুটাকৈ আমাৰ বংশ পৰিয়ালৰ মানুহবিলাক, মোৰ মা-দেউতা, ককাইদেউৰ আদিৰ মৃত্যুৰ বাতৰি শুনি শুনি অভ্যস্ত হৈ পৰিলো। নিজকে নিজে শান্ত্বনা দিব পৰা হ'লো—"এই সংসাৰলৈ আহিছো যেতিয়া, এদিন মৰিবই লাগিব"।

সময় বাগৰি গ'ল, বয়স বাঢ়ি গ'ল। নাতি-নাতিনীবিলাক ডাঙৰ হ'ল, কেইটামান বিয়া বাৰু কৰাই গৃহস্থী হল, কেইটামানে চাকৰি পালে। সোণ-ৰূপহঁতে নিজৰ সংসাৰ লৈ ব্যস্ত হ'বলগাত পৰিল। বছৰত এবাৰ হলেও ঘৰলৈ আহে যদিও, দুই এদিনৰ বাবেহে—সিহঁতক দুষিব নোৱাৰো। নিজৰ কৰ্ত্তব্যৰ তাৰণাত আৰু সংসাৰৰ ব্যস্ততাত সিহঁতে মোৰ খবৰ লোৱা বা দুই এদিন থকাত

 [redacted]

বাহিৰে বেছি একো কৰিবলগীয়া নাই। আজি এবছৰৰ আগতে সিহঁত আটাইবিলাক আহিছিল, এমাহ থাকিলে—কাৰণ মোক একেবাৰে অকলশৰীয়াকৈ এৰি থৈ মোৰ স্বামীও এই সংসাৰৰপৰা আঁতৰি গ'ল। মোৰ জীয়াই থকাৰ মোহ, আশা একোৱেই নাইকিয়া হৈ গ'ল। মোক সোণ ৰূপহঁতে সিহঁতৰ লগত ৰাখিবলৈ ইচ্ছা কৰে যদিও, মই এই ঘৰখনৰ প্ৰতিটো বস্তুৰ লগত ইমান নীবিড়ভাৱে জড়িত হৈ পৰিলো যে মই কেতিয়াও এইবিলাকৰপৰা আঁতৰি থাকিব নোৱাৰো। কিন্তু এটা নিৰ্ঘাতি সত্য যে ময়ো এদিন সংসাৰৰপৰা চিৰবিদায় লম। তাৰ পিছত কিছুদিনলৈ হয়তো আমাৰ সাক্ষী হৈ ৰব এই বাটৰচাৰত লিখি থোৱা "ঠিকনাটো।" ❐

卍 卍 卍